# জ্ঞানম্

বাৰ্ষিক আলোচনী ২০১২-১৩






সম্পাদকদ্বয়
ৰবি শংকৰ গগৈ
জীপম বড়া

## শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

# কলেজ সংগীত

## ।। বাণিজ্য বসতে লক্ষ্মী ।।

আন্ধাৰ দূৰতে নাশি
জ্ঞানৰ শলিতা জ্বলাই
চৌদিশ আমি উজ্বলাও
বণিজৰ বতৰাৰে
লখিমীক আদৰি
ৰংপুৰ আমি উজ্বলাও
নতুন যুগৰ আমি নতুন পুৰুষ
দুবাহুত শকতি অসীম
লুইতৰ বুকুৰেদি দেশ বিদেশ ঘূৰি
[illegible] আঁইক সঁজাও
আন্ধাৰ দূৰতে নাশি
কলা বিজ্ঞান আৰু মহান সংস্কৃতিৰ
দেখিছো ৰূপ তাৰ জয়জয়কাৰ
বাণিজ্যহে সজালে
বাণিজ্যেহে পৰালে
বাণিজ্যই হ'ল তাৰ মূল আধাৰ
য'ত ধনবান আৰু শক্তিবান
দেশৰ সভ্যতাৰ আধাৰ
বাণিজ্যকে সাৰথি লওঁ আহা আদৰি
বাণিজ্য শিক্ষাই মন্ত্ৰ আমাৰ।
আন্ধাৰ দূৰতে নাশি
জ্ঞানৰ শলিতা জ্বলাই
চৌদিশ আমি উজ্বলাও
ৰংপুৰ আমি উজ্বলাও ।।

কথা ঃ ৰেণু দেৱী, অৱসৰপ্ৰাপ্ত অধ্যাপিকা
শিৱসাগৰ বাণিজ্য মহাৱিদ্যালয়

# জ্ঞানম্




শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ
বাৰ্ষিক মুখপত্ৰ
২০১২-২০১৩ বৰ্ষ

সশ্ৰদ্ধ প্ৰীতি আৰু শুভেচ্ছাৰে
*With Reverence, Love & Best Wishes*

প্ৰতি/ *To,*

..........................................................................................

..........................................................................................

সম্পাদনা সমিতিৰ হৈ-

..........................................

# উছৰ্গা

মহাবিদ্যালয়ৰ সমূহ
ছাত্ৰ-ছাত্ৰী,
শ্ৰদ্ধাৰ শিক্ষাগুৰুসকল,
সন্মানীয় অভিভাৱকসকল
আৰু
সমূহ শুভাকাংক্ষীলৈ।

ৰবিশংকৰ গগৈ
জীপম বড়া
সম্পাদকদ্বয়



# শ্ৰদ্ধাঞ্জলি

বৰ্ণবৈষম্যৰ বিৰুদ্ধে যুঁজ দিয়া মুক্তিকামী জনতাৰ হৃদয় জিনা
দক্ষিণ আফ্ৰিকাৰ প্ৰাক্তন ৰাষ্ট্ৰপতি
**নেলছন মেণ্ডেলা,**
জনহিতৈষী চিন্তানায়ক, সাহিত্যিক
**যতীন্দ্ৰ কুমাৰ বৰগোহাঞি,**
কিংবদন্তী সংগীত শিল্পী
**মান্না দে'**

শ্ৰী প্ৰণৱ কুমাৰ গগৈ
অধ্যক্ষ
অসম বিধান সভা
দিছপুৰ, গুৱাহাটী-৬




ফোন: ০৩৬১-২২৬১৩৭১ (কাৰ্যালয়)
০৩৬১-২২৩০০৬৪ (কাৰ্যালয়)
০৩৬১-২২৬০১০৬ (বাসভৱন)
ফেক্স: ০৩৬১-২২৩৪৯১৩ (কাৰ্যালয়)
০৩৬১-২২৬০৫৬৫ (কাৰ্যালয়)



দিনাংক : ১৭-০১-২০১৪

## শুভেচ্ছাবাণী

মই জানিবলৈ পাই সুখী হৈছোঁ যে শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে ২০১২-১৩ বৰ্ষৰ মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনী 'জ্ঞানম' প্ৰকাশ কৰিবলৈ যো-জা কৰিছে।

মই ভাবো এই মহাবিদ্যালয়খনে প্ৰতিষ্ঠা কালৰ পৰাই ছাত্ৰ-ছাত্ৰী সকলক অভিজ্ঞ শিক্ষক সকলৰ দ্বাৰা গুণগত শিক্ষা প্ৰদান কৰি মানৱ সম্পদ গঢ়ি দিয়াৰ উপৰিও এই বৃহৎ অঞ্চলটোত এক বাণিজ্য শিক্ষাৰ প্ৰচাৰৰ পৰিবেশৰ সূচনা কৰি আহিছে।

'জ্ঞানম'ত প্ৰকাশিত তত্ত্ব গধুৰ লিখনী সমূহে জ্ঞান বিকাশত এক বিশেষ অৰিহণা যোগাব বুলি মোৰ দৃঢ় বিশ্বাস।

শেষত এই মহাবিদ্যালয়ৰ সকলো শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰী সকললৈ মোৰ শুভেচ্ছা যাচিলো আৰু লগতে 'জ্ঞানম'ৰ সফলতা কামনা কৰিলো।

(প্ৰণৱ কুমাৰ গগৈ)




# অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় : চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১ ☎ (০৩৭৬) ২৩২০৯৭৬
গুৱাহাটী কাৰ্যালয় : ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-৭৮১০২১ ☎ (০৩৬১) ২৫১৫৮০০
ফেক্স : ২৭৩১৬৯৫
ডিব্ৰু কাৰ্যালয় : ব্যাম্বিলা ভৱন, ডিব্ৰু-৭৮২৫৬০ ☎ (০৩৯৭) ২৭২৩৯০
ধুবুৰী আঞ্চলিক কাৰ্যালয় : ধুবুৰী-৭৮৩৩০১ ☎ (০৩৬৬২) ২৩২৫২৮
ত্ৰিপুৰা আঞ্চলিক কাৰ্যালয় : ৰাধেশ্যামলাল চৌধুৰীয়া সংস্কৃতি ভৱন, ত্ৰিপুৰা-৭৯৯০০৩ ☎ (০৩৮১) ২৩১৫১২৮
শিলচৰ আঞ্চলিক কাৰ্যালয় : অসম সাহিত্য সভা ভৱন, শিলচৰ-৭৮৮০০১ ☎ (০৩৮৪) ২২৩৩৭৯৭

শুভেচ্ছাৰে

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনী 'উদ্ভাস' প্ৰকাশ কৰিবলৈ লোৱা শুনি সুখৰ কথাই আনন্দ পালোঁ।

আশা কৰোঁ বাণিজ্য আৰু তাৰ লগতে সামাজিক অৰ্থনৈতিক দিশৰ সমলেৰে 'উদ্ভাস' পৰিপূৰ্ণ হৈ প্ৰকাশ পাব।

মই আলোচনীখনলৈ মোৰ শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

ইমৰান শাহ
২৬/১/০৮

ব্যক্তিগত ঠিকনা : থাই আলি, শিৱসাগৰ, ভ্ৰাম্যভাষ : ৯৪০১১-৮৮২০৪
Website : www.asomsahityasabha.org

এচ.এচ. মিনাক্ষী সুন্দৰম, আই.এ.এচ
উপায়ুক্ত
শিৱসাগৰ জিলা (অসম)




উপায়ুক্তৰ কাৰ্য্যালয়
শিৱসাগৰ জিলা, অসম (ভাৰত)
ফোন : ০৩৭৭২-২২২১৩৭ (কা), ২২২১৩৮ (আ)
ফেক্স নং : ২২২৬৫৫ (কা), ২২২১৩১ (আ)
ই-মেইল : ssmeenisun@gmail.com (নিজা)
ই-মেইল : contactdc.sivasagardistrict@gmail.com (কাঃ)
ভ্ৰাম্যভাষ : ৯৯৫৪০ ৩৩৭৮৯

# শুভ কামনা

ঐতিহ্যমণ্ডিত শিৱসাগৰ নগৰৰ মাজমজিয়াত থকা বৰপুখুৰীৰ পাৰত প্ৰতিষ্ঠিত হোৱা শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ তৎপৰতাৰ ২০১২-১৩ বৰ্ষৰ মহাবিদ্যালয়ৰ বাৰ্ষিক আলোচনী "জ্ঞানম" প্ৰকাশ কৰিবলৈ লোৱা বুলি জানি মই অতি আনন্দিত হৈছো।

শিক্ষাৰ্থী সকলৰ সুকুমাৰ মনৰ বিভিন্ন সৃষ্টিশীল সম্ভাৱনাৰে তেওঁলোকৰ বাৰ্ষিক আলোচনী প্ৰকাশৰ প্ৰচেষ্টা প্ৰশংসনীয়।

এই শিক্ষানুষ্ঠানখনিয়ে শিক্ষাৰ প্ৰচাৰ আৰু প্ৰসাৰৰ মাজেৰে গুণগত প্ৰসাৰ, উপযুক্ত মানৱ সম্পদ গঢ় দিয়া তথা সমাজত এক সুস্থ শৈক্ষিক পৰিৱেশ সৃষ্টিত অৰিহণা আগবঢ়াই আহিছে। আশাকৰো, আগন্তুক দিনবোৰতো শিক্ষানুষ্ঠানখনে সংশ্লিষ্ট সকলোৰে সহযোগত ইয়াৰ সুনাম অক্ষুণ্ণ ৰখাত যত্নপৰ হ'ব আৰু বিদ্যায়তনিক দিশত নিষ্ঠাপূৰ্ণ সেৱা আগবঢ়াই যাব।

মহাবিদ্যালয়ৰপৰা প্ৰকাশ পাবলগীয়া আলোচনীখনে মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ বৌদ্ধিক চিন্তা আৰু সাহিত্যিক প্ৰতিভা তথা সৃষ্টিশীলতা প্ৰকাশৰ মাধ্যম হওঁক "জ্ঞানম"ক ব্যতিক্ৰমী ৰূপত সজাই-পৰাই তোলা হয় আৰু সকলোৰে সমাদৰ লাভ কৰে ইয়াকে কামনা কৰিলো।

(এচ.এচ. মিনাক্ষী সুন্দৰম, ভা.প্ৰ.সে.),
উপায়ুক্ত,
শিৱসাগৰ জিলা

*Deepali Chaliha*, M.A.
Retd. Principal,
Sibsagar Commerce College

**Residence :**
Phukan Nagar, Sivasagar
PIN : 785640
Tel : 03772-222175
99540-06789 (M)

**Date :**

## শুভ কামনা

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাই এইবছৰো এখনি আলোচনী প্ৰকাশ কৰি অহাৰ দৰে এইবাৰো 'স্পন্দন' নামৰ আলোচনী খনি প্ৰকাশৰ যোগেদি ছাত্ৰছাত্ৰীৰ বৌদ্ধিক চিন্তা, সময়-উপযোগী কাৰ্যকলাপৰ বিকাশ, উন্মেষৰ এক একো বিকাশ আৰু সাহিত্য প্ৰতিভা প্ৰকাশ পাব বুলি আশা কৰিছোঁ। লগতে কলেজৰ অধ্যক্ষ, প্ৰবক্তা আৰু কলেজৰ কামত জড়িত থকা লেখক-লেখিকাৰ পৰা বিভিন্ন বিষয়ৰ কামত আহি লিখনিৰে নৱ প্ৰজন্মক সহায় ছাত্ৰছাত্ৰী আৰু বৰ্তমান সমাজখনক আৰু উৎসাহিত কৰিব বুলি আশা ৰাখিলোঁ। নতুন বছৰৰ মঙ্গল কামনা কৰি আলোচনী খন বাবে সকলোলৈকে সুদৰ ভাৱত। প্ৰকাশ লোৱাত সফল হব বুলি কামনা কৰি শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

দীপালী চলিহা



# সম্পাদকীয়...





এক নৱযুগ। শিক্ষা আৰু প্ৰযুক্তি বিদ্যাৰ এক নৱযুগ। শিক্ষা আৰু প্ৰযুক্তি বিদ্যাৰ উন্নয়নৰ লগে লগে মানৱ সমাজত চৌদিশে উন্নতিৰ বিস্ফোৰণ ঘটিছে। শিক্ষা ব্যৱস্থাৰ উন্নতিৰ ফলত মানৱ সমাজৰ মানসিক বিকাশ সলনি হৈছে। পুৰণি কালত গুৰুৰ গৃহত প্ৰদান কৰা শিক্ষা আজি Digital Classroom, Vedio Conferencing আদি /ইত্যাদি ব্যৱস্থালৈ উন্নতি হৈছেগৈ। তদুপৰি Internet ৰ বিভিন্ন সা-সুবিধাই শিক্ষা ব্যৱস্থাৰ অভুতপূৰ্ব সাল সলনি ঘটাইছে। নগৰ চহৰৰ লগতে বৰ্তমান গাওঁ অঞ্চলতো শিক্ষা ব্যৱস্থাই যথেষ্টখিনি মূৰ দাঙি উঠিছে।

উপযুক্ত মানদণ্ডৰ শিক্ষা ব্যৱস্থাই মানৱ সমাজৰ উন্নতিৰ জখলা বগোৱাৰ সৰ্বোত্তম উপায়। ইয়াৰ জৰিয়তেই মানৱ সমাজৰ উন্নতিকৰণ সম্ভৱ। উপযুক্ত শিক্ষাৰ জৰিয়তে ছাত্ৰ-ছাত্ৰী সমাজক শিক্ষিত কৰিব পাৰিলেহে আমাৰ সমাজে উন্নতিৰ পথত আগুৱাব পাৰিব। শিক্ষা ব্যৱস্থাৰ গুণগত মানদণ্ড (Quality) উন্নীত অতি জৰুৰী হৈ পৰিছে। যদিহে শিক্ষা ব্যৱস্থাত এই মানদণ্ড নাথাকে তেনেহলে শিক্ষা ব্যৱস্থাৰ মূল্য শূণ্য বুলি ক'ব পাৰি। আৰু এনে শিক্ষা ব্যৱস্থাই মানৱ জাতিৰ উন্নয়নত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ নকৰে। এইখিনিতে এটা কথা উনুকিয়াব পাৰি যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে কলেজ সমূহত ২০১১ চনৰ পৰা ষান্মাষিক পদ্ধতি (Semester System) প্ৰৱৰ্ত্তন কৰে। এই পদ্ধতিৰ ফলত খুব কম সময়ৰ ভিতৰতে ছাত্ৰ-ছাত্ৰীসকলে পাঠ্যপুথিৰ সকলো বস্তু ওপৰা-ওপৰিকৈ পঢ়ি পৰীক্ষাত অৱতীৰ্ণ হ'ব লগা হয়। ফলত তেওঁলোকে পাঠ্যক্ৰমৰ বিষয়বস্তুসমূহ আতিগুৰি মাৰি অধ্যয়ন কৰিব নোৱাৰে। ছাত্ৰ-ছাত্ৰীসকলে কেৱল পৰীক্ষাত অৱতীৰ্ণ হ'বৰ বাবেহে পাঠ্যপুথিৰ বিষয়বস্তু অধ্যয়ন কৰা এখন ছবি প্ৰতিপলিত হোৱা যেন অনুভৱ হৈছে। তেওঁলোকে বাৰু গুণগত মানদণ্ডৰ জ্ঞান লাভ কৰিব পাৰিছেনে?

জ্ঞানেই হৈছে মানৱ জীৱনৰ সফলতাৰ কাঠি। ইয়াৰ জৰিয়তে এজন ব্যক্তিয়ে নিজৰ জীৱন বাটত সফল ভাৱে আগুৱাই যাব পাৰে। অৱশ্যে জ্ঞান কোনোৱে প্ৰদান কৰিব নোৱাৰে। প্ৰদান কৰিব পৰা যায় শিক্ষাহে। প্ৰদান কৰা শিক্ষাৰ আলমতহে আমি জ্ঞান আহৰণ কৰিব পাৰো। এটি শিশুৰ জ্ঞান আহৰণৰ আৰম্ভণি হয় মাতৃৰ গৰ্ভত থকা সময়ৰ পৰাই। ইয়াৰ উদাহৰণ স্বৰূপে ক'ব পাৰি যে মহাভাৰতৰ নিপুণ যোদ্ধা কুন্তী পুত্ৰ অৰ্জুনে তেওঁৰ পত্নীৰ গৰ্ভৱস্থাতেই তেওঁৰ সন্তানটিক (অভিমন্যু) যুদ্ধৰ কৌশল প্ৰণালীৰ শিক্ষাৰ লগতে অন্যান্য শিক্ষা প্ৰদান কৰিছিল। পিতৃ-মাতৃৰ আচাৰ-

আচৰণ, দৈনন্দিন জীৱন প্ৰণালী, ঘৰুৱা পৰিবেশ ইত্যাদি বিষয়ৰ ওপৰত এটি শিশুৰ মানসিক অৱস্থা গঠন হয়। সেয়েহে পিতৃ-মাতৃয়ে আৰম্ভণিৰ অৱস্থাৰ পৰাই নিজৰ শিশুটিক যথোপযুক্ত শিক্ষা দৈনন্দিন জীৱন প্ৰণালীৰ জৰিয়তে প্ৰদান কৰিবলৈ চেষ্টা কৰিব লাগে। শিশু অৱস্থাৰ পৰাই সঠিক দিশে পৰিচালিত কৰিব পাৰিলেহে তেওঁ ভৱিষ্যতে এজন সফল গুণী জ্ঞানী ব্যক্তি হিচাপে প্ৰতিষ্ঠা লাভ কৰিব। কিন্তু বৰ্তমান সময়ত দেখা সময়ত দেখা যায় এজন শিশুৰ পিঠিত ৰাতিপুৱাৰ পৰা গধূলিলৈ এটা ডাঙৰ বোজা। যাৰ ফলত শিশু অৱস্থাতেই তেওঁলোকৰ বুদ্ধিভ্ৰষ্ট হ'বলৈ আৰম্ভ কৰে আৰু যুৱ অৱস্থা লাভ কৰা পাছত তেওঁলোকৰ মাজত অপৰাধ প্ৰৱণতাৰ এটা মন গঢ় লবলৈ ধৰে, যিটো আজি সমাজৰ এক অন্যতম সমস্যা হিচাপে পৰিগণিত হৈছে। বৰ্তমান শিশুসকলক পঢ়া-শুনাৰ লগতে বিভিন্ন Extra-curricular activities, যেনে- নৃত্য, গীত, ক্ৰীড়া আদি ক্ষেত্ৰত সকলো সময়তে ব্যস্ত থকা দেখা যায়। ফলত তেওঁলোকৰ মানসিক চাপ সৃষ্টি হবলৈ ধৰে, যাৰ বাবে যুৱ সমাজে আত্মহননৰ দৰে ঘৃণনীয় পথো বাহি লৈছে, যিটো অতি দুৰ্ভাগ্যজনক। প্ৰতিজন অভিভাৱকে এটা কথা উপলব্ধি কৰা উচিত যে এটা শিশুক উপযুক্ত পৰিমাণৰ শিক্ষাহে প্ৰদান কৰিব লাগে। সকলো দিশতে শিশুটিক পাৰ্গত কৰিবলৈ গৈ শিশুটিৰ মানসিক অৱস্থাৰ স্খলন ঘটাই তেওঁৰ জীৱনটোৰ সতে খেলা কৰাটো অনুচিত।

"যুৱ সমাজৰ মানসিক অৱস্থাৰ স্খলন ঘটিছে"- এই উক্তিটো আজিকালি গৰিষ্ঠসংখ্যক লোকৰ। কিন্তু ইয়াৰ বাবে সমাজৰ প্ৰতিজন ব্যক্তি তথা সদস্যই দায়ী। যুৱ সমাজে কু-পথে পৰিচালিত হোৱাৰ সকলো কাৰণ জানিও আজি সকলো নিমাত যেতিয়া অত্যন্ত এটা বেয়া ঘটনা ঘটে, তাৰ ওপৰত দুই-এদিন টেলিভিচনত সমালোচনা কৰে, তাৰ পাছত আকৌ সকলোৱে চকু-কাণ বন্ধ কৰি নিত্য নৈমিত্তিক কাৰ্যত ব্যস্ত হৈ পৰে। কিন্তু যুৱ সমাজক সুপথে পৰিচালিত কৰিবলৈ কোনো আগবাঢ়ি ওলাইনাহে কিয়? যুৱ সমাজৰ মতিভ্ৰম হৈছে, ডাঙৰক সন্মান নকৰে, উদণ্ড স্বভাৱৰ আদি কেৱল সমালোচনা কৰি থাকিলে জানো যুৱ সমাজৰ মানসিকতা সলনি হ'ব?

সম্পাদকীয় কলমৰ বিষয় বস্তু ঃ যুৱক-যুৱতী, পিতৃ-মাতৃ,শিক্ষা, সমাজ ইত্যাদি লগত সংগতি ৰখাৰ মুখ্য উদ্দেশ্য হ'ল - পিতৃ-মাতৃয়ে নিজৰ সন্তানক আৰম্ভণিৰ পৰাই সুশিক্ষিত কৰিলে সেই সন্তানে এদিন নিশ্চয় সমাজৰ গুৰি ধৰি মানৱ সমাজক আগুৱাই নিব পাৰিব। মাথো প্ৰয়োজন সুচিন্তা, সুস্থ মনোভাৱ, দৃঢ় মনোবৃত্তিৰ। বৰ্তমানৰ প্ৰতিজন শিশু এখন দেশৰ ভৱিষ্যতৰ এজন নাগৰিক। যদিহে তেওঁলোকক সুপথে পৰিচালিত কৰিব পৰা নাযায়, তেনেহ'লে দেশৰ উন্নতিৰ গোলাপ ফুলপাহি অকালতে মৰহি যাব। সেয়েহে আমি সমাজৰ প্ৰতিজন সদস্যই সমাজৰ সম্পাদক হিচাপে কাম কৰি যুৱ সমাজক উন্নতিৰ বাট দেখুৱাই আগুৱাই নিয়াৰ দায়িত্ব লব লাগিব।

জ্ঞানম প্ৰকাশনৰ সন্দৰ্ভত ঃ

যোৱা ফেব্ৰুৱাৰী মাহত (২০১৩ চনৰ) আলোচনীৰ বাবে লেখনি বিচাৰি মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীসকলক জাননী জাৰী কৰা হয়। কিছু সংখ্যক ছাত্ৰ-ছাত্ৰীৰ বাহিৰে সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীৰ সহাৰি দেখা পোৱা নাযায়। অশেষ কষ্টৰ ফলত আলোচনীখনৰ বাবে লেখনিসমূহ সংগ্ৰহ কৰিব পৰা যায়। আলোচনীখনত প্ৰকাশ কৰা সমূহ লেখা ছাত্ৰ-ছাত্ৰীসকলে নিজৰ দ্বাৰা ৰচিত বুলি ভাবি আমি আলোচনীত প্ৰকাশ কৰিছো। যদিহে এই লেখাসমূহ অন্য কোনোবা উৎসৰ পৰা সংগ্ৰহীত তাৰ বাবে সম্পাদনা সমিতি জগৰীয়া নহয়।

আলোচনীখন প্ৰস্তুত কৰাৰ ক্ষেত্ৰত সহায় আগবঢ়োৱা মহাবিদ্যালয়ৰ অধ্যক্ষ মহোদয়, সম্পাদনা সমিতিৰ সদস্যসকল, মহাবিদ্যালয়ৰ সন্মানীয় প্ৰবক্তাসকলৰ লগতে সমূহ ছাত্ৰ-ছাত্ৰীসকলক আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলো।

অৱশেষত আলোচনীখনৰ প্ৰকাশক অৰুনোদয় প্ৰিন্টাৰ্চৰ গৰাকী বুবুল মহন্ত ডাঙৰীয়া আৰু নৰেন গগৈদেৱক ধন্যবাদ জ্ঞাপন কৰিলো।

সম্পাদক
ৰবি শংকৰ গগৈ
জীপম বড়া

# সূচীপত্ৰ

**প্ৰবন্ধ শিতান ঃ**



**কবিতা শিতান ঃ**

**English Section :**

সম্পাদকীয় প্ৰতিবেদন



# পিয়েৰছনৰ সমীক্ষা আৰু ফলাফল

## (মৌলিক চিন্তাতকৈ গুৰুত্ব পায় অধিক নম্বৰ লাভে)

● ড° সৌম্যৰজ্যোতি মহন্ত
অধ্যক্ষ, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়

কিছুদিন পূৰ্বে বিশ্বৰ বিভিন্ন ৰাষ্ট্ৰত চলোৱা প্ৰায় ছবছৰীয়া সমীক্ষাৰ অন্তত 'দ্য ইকনমিষ্ট ইণ্টেলিজেন্স ইউনিট ফৰ পিয়েৰছন' নামৰ সংগঠনটোৱে শিক্ষা ব্যৱস্থাৰ মান সম্পৰ্কে এক তালিকা প্ৰস্তুত কৰিছে। উক্ত তালিকাত উন্নতিৰ শীৰ্ষত আৰোহণ কৰা আমেৰিকা, ইংলেণ্ড, জাৰ্মানী, ফ্ৰান্সৰ পৰিবৰ্তে শীৰ্ষস্থান লাভ কৰিছে তুলনামূলক ভাৱে অখ্যাত ৰাষ্ট্ৰ ফিনলেণ্ডে। উল্লেখযোগ্য যে এই তালিকাত দক্ষিণ কোৰিয়া, হংকং, জাপান আৰু ছিংগাপুৰেও ফিনলেণ্ডৰ পাছতে স্থান লাভ কৰিছে। নিসন্দেহে এক প্ৰশ্ন উদয় হ'ব- বিশ্বৰ উন্নত ৰাষ্ট্ৰসমূহক অতিক্ৰম কৰি কেনেকৈ ফিনলেণ্ড এই গৌৰৱৰ অধিকাৰী হ'ল? আজি প্ৰায় চল্লিছ বছৰৰ পূৰ্বে পশ্চিমীয়া ৰাষ্ট্ৰসমূহে প্ৰস্তুত কৰা শিক্ষাৰ আৰ্হিৰ সলনি কৰি এক অপৰম্পৰাগত শিক্ষা ব্যৱস্থাৰ প্ৰৱৰ্তন কৰি ফিনলেণ্ডে এক ব্যতিক্ৰমী সাফল্য অৰ্জন কৰিলে- সেয়া হ'ল মেধাসম্পন্ন আৰু কম মেধাসম্পন্ন, দুৰ্বল ছাত্ৰ-ছাত্ৰীৰ মাজত থকা পাৰ্থক্য হ্ৰাস। সাত বছৰ বয়সত শিক্ষাৰ্থীৰ স্কুলীয়া জীৱন আৰম্ভ হোৱা ৰাষ্ট্ৰখনত হোমৱৰ্কৰ বোজা নাই। যোল্ল বছৰতহে বাধ্যতামূলক পৰীক্ষাত অৱতীৰ্ণ হোৱাৰ পিচত যোগ্যতা, আগ্ৰহ, মেধা আদিৰ ভিত্তিত ষাঠি শতাংশ ছাত্ৰ-ছাত্ৰীক কলেজত আৰু চল্লিশ শতাংশমান ছাত্ৰ-ছাত্ৰীক বৃত্তিমূলক প্ৰতিষ্ঠানত নামভৰ্তি কৰোৱা হয়। এনেদৰে এক গুৰুত্বপূৰ্ণ শিক্ষা জীৱনৰ মুহূৰ্তত ছাত্ৰ-ছাত্ৰীসকলক বিভিন্ন দিশত বিভক্ত কৰাৰ ফলত পৰৱৰ্তী পৰ্যায়ত তেওঁলোক ৰাষ্ট্ৰৰ বাবে সম্পদ হোৱাৰ পথ প্ৰশস্ত হৈ পৰে। কোৱা বাহুল্য, পিয়েৰছনৰ তালিকাখনত দ্বিতীয় স্থানপ্ৰাপক দক্ষিণ কোৰিয়াৰ সৈতে ফিনলেণ্ডৰ শিক্ষা ব্যৱস্থাৰ মাজত বহু পাৰ্থক্য বিৰাজ কৰিলেও দুয়োখন ৰাষ্ট্ৰৰ মাজত থকা সাদৃশ্যটো হ'ল শিক্ষাৰ যি মূল উদ্দেশ্য- 'জীৱন' আৰু 'জীয়াই থকাৰ বাবে' অৰ্থাৎ সামাজিক, নৈতিক প্ৰমূল্যবোধ ৰক্ষাৰ ওপৰত দুয়োখন ৰাষ্ট্ৰই বিশেষ গুৰুত্ব আৰোপ কৰিছে। তাৎপৰ্যপূৰ্ণভাৱে চল্লিশখন ৰাষ্ট্ৰৰ মাজত চলোৱা সমীক্ষাত আমেৰিকাই লাভ কৰিছে সপ্তদশ স্থান।

পিয়েৰছনৰ সমীক্ষাৰে এই প্ৰবন্ধৰ আৰম্ভণি কৰাৰ মূল কাৰণ হ'ল শিক্ষাৰ সংস্কাৰ, সুস্পষ্ট শিক্ষা নীতি আদি সম্পৰ্কে বিশ্বৰ অন্যতম জনবহুল ৰাষ্ট্ৰ ভাৰতবৰ্ষত বহু আয়োগ, সমিতি আদি গঠন হ'ল যদিও মানুহক প্ৰকৃতাৰ্থত সম্পদৰূপে যোগ্যতাৰ আধাৰত, মেধাৰ ভিত্তিত চিনাক্ত কৰি মেধাৱী আৰু দুৰ্বল ছাত্ৰ-ছাত্ৰীৰ মাজৰ পাৰ্থক্য হ্ৰাস কৰাৰ ওপৰত আলোকপাত কৰাটো। আটাইতকৈ ডাঙৰ কথাটো হ'ল, স্বাধীনোত্তৰ ভাৰতবৰ্ষত প্ৰাথমিক শিক্ষা, বুনিয়াদী শিক্ষা, মাধ্যমিক শিক্ষা, উচ্চ শিক্ষাৰ বাবে সময়ে সময়ে বহু আঁচনি, প্ৰকল্প গ্ৰহণ কৰি অহা হৈছে যদিও জনসংখ্যা বৃদ্ধিৰ লগে লগে শৈক্ষিক প্ৰতিচ্ছবিখন দিনক দিনে অধিক জটিলহে হৈ পৰিছে।

পখিলা খেদাৰ বয়সতে আমাৰ কণ কণ শিশুসকলক পঠিয়াই দিয়া হয় প্লে-স্কুলবোৰলৈ। প্ৰাথমিক, মাধ্যমিক শ্ৰেণীসমূহত বেগৰ বোজা, হোমৱৰ্ক, প্ৰকল্প আদিৰ হেঁচাত কণ কণ ছাত্ৰ-ছাত্ৰীসকলে মৌলিক চিন্তাপ্ৰসূত এটা মন তৈয়াৰ কৰাতকৈ গুৰুত্ব

দিয়ে শ্ৰেণীত প্ৰথম হোৱাটো, অধিক নম্বৰ লাভ কৰাটো। এনে হোৱাৰ ফলত দেশত নব্বৈ শতাংশৰ ওপৰত নম্বৰ লাভকৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা অভাৱনীয় হাৰত বৃদ্ধি পাইছে। কিন্তু তাৰ কিমানজনে ভৱিষ্যতে বিজ্ঞান, অৰ্থনীতি, মেডিকেল, সমাজ বিজ্ঞান, মেনেজমেণ্ট, কাৰিকৰী দিশত নতুনত্বৰে, উদ্ভাৱনী শক্তিৰ পৰিচয় দিবলৈ সক্ষম হৈছে সেয়াহে বিচাৰ্যৰ বিষয়। মন্তব্য নিষ্প্ৰয়োজন যে মুকলি পৰিবেশত মুক্ত মনেৰে শিক্ষা অৰ্জন কৰি জ্ঞান আহৰণেৰে এজন উপযুক্ত মানুহৰূপে গঢ়িব পাৰি বুলি বিশেষজ্ঞসকলে সততে মতপোষণ কৰে। ঘৰুৱা চাপ, সামাজিক চাপ, ভৱিষ্যতে ভাল মানুহ (?) হোৱাৰ বাবে সৃষ্টি হোৱা প্ৰত্যাহ্বানৰ ফলত উদ্ভৱ হোৱা চাপ-সকলোবোৰ মিলি আজি ছাত্ৰ-ছাত্ৰীসকলক জুৰুলা কৰি পেলাইছে। এনে পৰিস্থিতিৰ ফলত বহু ছাত্ৰ-ছাত্ৰীয়ে দিগ্‌বিদিক হেৰুৱাই আত্মহননৰ দৰে পথো বাছি লৈছে। প্ৰাথমিক, মাধ্যমিক, উচ্চতৰ মাধ্যমিক আদিৰ পাঠ্যক্ৰমসমূহ এনে এক পদ্ধতিৰে যোৱাৰ ফলত উচ্চ শিক্ষাত যে হঠাৎ এক আমূল পৰিৱৰ্তন সাধন হ'ব তাক ভবাটো নিতান্তই ভুল।

অলপতে অসমত ঘোষিত হাইস্কুল শিক্ষান্ত পৰীক্ষাত ৭০.৭১ শতাংশ, উচ্চতৰ মাধমিক বিজ্ঞান শাখাত ৮.৮২ শতাংশ, কলা শাখাত ৭১.১১ শতাংশ আৰু বাণিজ্য শাখাত ৮০.০৮ শতাংশ আৰু ছাত্ৰ-ছাত্ৰীয়ে উত্তীৰ্ণ হ'বলৈ সক্ষম হ'ল। ১৯৮৯ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত ২৯.৭৮ শতাংশ উত্তীৰ্ণৰ তুলনাত এইবাৰ ৭০.৭১ শতাংশ উত্তীৰ্ণ হোৱাটো নিশ্চয় এক সাফল্য। আশানুৰূপভাৱে উচ্চতৰ মাধ্যমিকতো উত্তীৰ্ণৰ সংখ্যা আশাপ্ৰদভাৱে বৃদ্ধিপোৱাটো ৰাজ্যখনৰ বাবে সুখবৰ। লক্ষণীয়ভাৱে এই ফলাফলসমূহে অসমত স্ত্ৰী-শিক্ষাৰ বিকাশৰ দিশটোকো প্ৰতিফলিত কৰিছে। যিহেতু আমাৰ শিক্ষা ব্যৱস্থাটোত গুণগত মান নম্বৰৰ ভিত্তিত জোখা হয়, গতিকে তেনে দৃষ্টিভংগীৰে পৰ্যবেক্ষণ কৰিলে দেখা যায় যে উত্তীৰ্ণৰ হাৰ আকাশলংঘী হোৱাৰ সময়ত প্ৰথম বিভাগ পোৱা শিক্ষাৰ্থীৰ তুলনাত দ্বিতীয়, তৃতীয় বিভাগ লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বহু বেছি। এইবাৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত মাত্ৰ ২৮,৩৩৭ জনে প্ৰথম, ৬১,৯৯৯ জনে দ্বিতীয় আৰু ১,৬৮,৮১৯ জনে তৃতীয় স্থান লাভ কৰিছে। কলা, বিজ্ঞান আৰু বাণিজ্য শাখাতো প্ৰথম বিভাগৰ তুলনাত দ্বিতীয়, তৃতীয় বিভাগ লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা অত্যন্ত বেছি। চলিত বৰ্ষতেই নহয়, বিগত দশকটোৰ শিক্ষান্ত আৰু উচ্চতৰ মাধ্যমিকত উত্তীৰ্ণ ছাত্ৰ-ছাত্ৰীৰ পৰিসংখ্যা বিশ্লেষণ কৰিলে পৰিলক্ষিত হয় যে দ্বিতীয়, তৃতীয় বিভাগপ্ৰাপ্ত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰতিবাৰেই অধিক। দ্বিতীয়, তৃতীয় বিভাগপ্ৰাপ্ত ছাত্ৰ-ছাত্ৰীয়ে ভৱিষ্যতে সুফল প্ৰদ কৰিব নোৱাৰে বুলি নক'লেও এই কথা সত্য যে এনে ছাত্ৰ-ছা বহুসংখ্যকে এইবাৰ পঢ়িবৰ বাবে আসনো লাভ নকৰিব।

আমাৰ শিক্ষা ব্যৱস্থাটোত শীৰ্ষস্থান লাভ কৰা, ডিষ্টি লাভ কৰা, প্ৰথম বিভাগ লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ গুৰুত্ব আছে। প্ৰশ অভিনন্দন, সম্বৰ্দ্ধনাৰে এইসকলক ওপচাই পেলোৱা হয়। কিন্তু বাবে সমাজ তথা দেশ বেছি উদ্বিগ্ন হোৱাটো উচিত সেইসক অৰ্থাৎ নিম্ন বিভাগপ্ৰাপ্ত আৰু ফেইল কৰাসকলৰ ভৱিষ্যৎ কি সেই সম্পৰ্কে কাৰো হাতত প্ৰশ্নৰ উত্তৰ নাই। এইবাৰ হাই শিক্ষান্ত পৰীক্ষাত ১,০৭,৩২৭ জনে ফেইল কৰিছে। বিগত বছৰত ফেইল কৰাসকল অন্তৰ্ভুক্ত কৰিলে এই পৰিসংখ্যা প্ৰায় লাখজনৰ ওচৰা-ওচৰি হ'ব। বাৰ বছৰত এখন ৰাজ্যতে যদি লাখজন ছাত্ৰ-ছাত্ৰী অনুত্তীৰ্ণ হয়, তেন্তে সমগ্ৰ দেশৰ হিচাপ-নি কৰিলে হয়তো ইয়াৰ পৰিমাণ বহু কোটিজন হ'বগৈ।

নক'লেও হ'ব যে এনেদৰে অনিশ্চিত ভৱিষ্যতৰ দি গতি কৰা অগণন শিক্ষাৰ্থীয়ে অৱধাৰিতভাৱে দেশৰ অৰ্থ-সামাি পৰিস্থিতিৰ অৱনতি ঘটাৰ ক্ষেত্ৰত ইন্ধন যোগাইছে। প্ৰসংগক্ৰ উল্লেখ কৰিব পাৰি যে দেশৰ অগণন জনগণক সম্পদৰূপে গা বাবে প্ৰতিখন চৰকাৰে গুৰুত্ব দি আঁচনিসমূহ গ্ৰহণ কৰে। মা 'সম্পদ' তেতিয়াহে হ'ব যেতিয়া প্ৰতিজন লোকে নিজা মে কৌশল, বুদ্ধি, কৰ্মৰ জৰিয়তে সেৱা আগবঢ়ায়।

পিয়েৰছনৰ সমীক্ষাত এইটো স্পষ্ট হৈ পৰিছে যে যি ৰাষ্ট্ৰই শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত এক মুক্ত, নিকা, বিজ্ঞানসন্মত পৰিবে সৃষ্টি কৰিছে সেইবোৰ ৰাষ্ট্ৰই সফলতা অৰ্জন কৰিছে। পিয়েৰ মুখ্য উপদেষ্টাজনে বি বি চিত প্ৰদান কৰা এক সাক্ষাৎকাৰত কৈ যে শিক্ষাৰ সংস্কৃতি গঢ়িবলৈ যি ৰাষ্ট্ৰ সক্ষম হৈছে সেই ৰাষ্ট্ৰতে শিক্ষ প্ৰকৃত ৰূপত মানৱ সম্পদ হৈ উঠিছে। ফিনলেণ্ডত যিদৰে বে বছৰ বয়সৰ পিচত ছাত্ৰ-ছাত্ৰীসকলৰ একাংশক আগ্ৰহ, মে আধাৰত বৃত্তিমূলক পাঠ্যক্ৰমত অন্তৰ্ভুক্তি কৰাটো বাধ্যতামূলক ক হৈছে সেই ব্যৱস্থা আমাৰ দেশতো প্ৰযোজ্য হোৱা উচিত।

আমাৰ অসমতে এনে বহু ছাত্ৰ-ছাত্ৰী আছে যি পৰীক্ষ সুফল প্ৰদৰ্শন নকৰিলেও আন কেতবোৰ কৰ্মৰ বাবে তেওঁলে উপযুক্ত। আমাৰ শিক্ষা ব্যৱস্থাটোৱে সংশ্লিষ্ট শিক্ষাৰ্থীজনৰ যোগ্যতাক বিচাৰ কৰি উলিয়াব পাৰিব লাগিব। শিক্ষান্ত পৰী উচ্চতৰ মাধ্যমিকৰ ফলাফলৰ খামখুমীয়াৰ মাজতে সকলোৱে দিশসমূহকো আন্তৰিকতাৰে বিবেচনা কৰাটো উচিত। ▶▶▶



# ঐতিহাসিক শিৱসাগৰ

● কনচেং বুঢ়াগোহাঁই
স্নাতক প্ৰথম ষান্মাষিক (বাণিজ্য)

শিৱসাগৰ, অসম বুৰঞ্জীত এটা মচিব নোৱাৰা নাম। শ্যাম বৰণীয়া গিৰিমালা বেষ্টিত প্ৰকৃতিৰ ৰাণী অসমৰ এখন বাখৰ খটোৱা ঠাইৰ নাম। ক্ষুদ্ৰ ক্ষুদ্ৰ থলুৱা জাতি জনগোষ্ঠীৰ ৰাজ্যসমূহ একগোট কৰি এখন নতুন ৰাজ্য স্থাপন কৰি ছশবছৰ কাল ৰাজত্ব কৰা বিখ্যাত টাই জনগোষ্ঠী আহোম ৰাজবংশৰ পাঁচখনকৈ ৰাজধানীৰ পীঠস্থান ঐতিহ্যমণ্ডিত শিৱসাগৰ। বৰ্তমান অসমত যিখন ঠায়ে বৃহৎ অসমীয়া জাতিৰ উন্নতিৰ বাটত অগ্ৰণী ভূমিকা আগবঢ়াইছে।

১২২৮ খৃঃত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সৌমাৰ অঞ্চলত আহোম সকলে উপনীত হৈ তাত নিগাজীকৈ থাকিবলৈ লোৱাৰ পাছত তেওঁলোকে অতি সোনকালেই থলুৱা জনগোষ্ঠীসমূহৰ সৈতে বৈবাহিক সম্পৰ্ক স্থাপন কৰি তাক এফালে বংশ বৃদ্ধি আৰু আনফালে বন্ধুত্ব স্থাপনৰ কৌশল প্ৰয়োগ কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰৱেশ কৰাৰ পাছত আহোম সকলে চুকাফাৰ নেতৃত্বত ১২২৮ খৃঃ ৰ পৰা ১২৫৩ খৃঃ লৈকে উপযুক্ত ঠাইৰ সন্ধানত পৰিভ্ৰমণ কৰি ফুৰিছিল। চুকাফাৰ এখন ৰাষ্ট্ৰ গঠন কৰাৰ জ্ঞান আৰু অভিজ্ঞতা দুয়োটাই আছিল। সেইবাবে প্ৰতিখন ঠাই ভ্ৰমণ কৰোতে তেওঁ ঠাইখনৰ গুণাগুণ সমূহ ভালদৰে পৰীক্ষা নিৰীক্ষা কৰিছিল। তেনেদৰে শেষত ১২৫৩ খৃঃ ত চুকাফাই আহোম সকলৰ ধৰ্মীয় বিশ্বাস, ঐতিহ্য, প্ৰতিৰক্ষা, আবেগ তথা অনুভূতিৰ সৈতে জড়িত হ'ব পৰা আৰু ৰাজধানী স্থাপন কৰিব পৰা এখন উপযুক্ত ঠাই পাইছিল। অসমৰ তেনে এখন ঠাইৰ নাম চৰাইদেউ। সিখন ঠাই শিৱসাগৰত অৱস্থিত।

শিৱসাগৰ জিলাত প্ৰথম আহোম স্বৰ্গদেউ চুকাফাৰ আগমনৰ সময়ত কোন কোন জনগোষ্ঠীৰ লোক আছিল ভালকৈ জনা নাযায়। বুৰঞ্জীবিদ সকলৰ মতে বৰাহী, কছাৰী, মৰাণ, চুতীয়া আদি জনগোষ্ঠীৰ লোক আছিল বুলি ক'ব খোজে। হয়তো কালক্ৰমত এইসকল জনগোষ্ঠীয় লোকৰ লগত মিলিত হৈ বৈবাহিক সম্বন্ধ স্থাপন কৰাত এটা নতুন জাতিৰ সৃষ্টি হৈছিল। যাৰ নাম আহোম, এই আহোম সকলে বাস কৰা ৰাজ্যখনেই পাছলৈ অসম ৰাজ্য হিচাপে জনাজাত হৈছিল।

আহোমৰ প্ৰথম ৰাজধানী আছিল চৰাইদেউ শিৱসাগৰ জিলাৰ পূব দিশত অৱস্থিত। ছশবছৰ ৰাজত্ব কালত আহোমে সময়ে সময়ে এই শিৱসাগৰতে পাতিছিল আৰু চাৰিখন ঐতিহাসিক ৰাজধানী। সেইকেইখন ঠাই হ'ল চৰগুৱা, বকতা, গড়গাঁও আৰু ৰংপুৰ। আহোম ৰাজত্ব কালত শিৱসাগৰ নামে কোনো ঠাই নাছিল। শিৱসাগৰৰ পুৰণি নাম আছিল কলঙ্গুপাৰ। কলংপাৰৰ মানুহ আনি এই ঠাইত বহুৱাৰ বাবেই ঠাইখনৰ নাম কলঙ্গুপাৰ হৈছিল।

আজিৰ শিৱসাগৰখন প্ৰতিতো দিশত চহকী হৈ পৰিছে। তাৰ বাবে আহোম ৰাজত্বৰ কথা নিশ্চয়কৈ ভাবিব লাগিব। স্বৰ্গদেউ চুকাফাৰ পৰৱৰ্ত্তী স্বৰ্গদেউ সকলে সুকীয়া সুকীয়া কামৰ বাবে কৰ্মনিপুণ মানুহ আনিছিল। মঠ-মন্দিৰ, দেৱালয় সমূহত পূজা- পাৰ্বন কৰিবৰ বাবে পশ্চিমৰ পৰা ব্ৰাহ্মণ লোক আনিছিল। সেইসকল ব্ৰাহ্মণে শিক্ষাদান ও কৰিছিল। ৰাজকাৰ্যত সহায়ৰ বাবে কায়স্থলোকক অনা হৈছিল। তেনেদৰেই বংগদেশ, মিথিলা, কনৌজ আদি ঠাইৰ পৰা ভাস্কৰ্য, চিত্ৰকলা, সংগীত আদিৰ জ্ঞান থকা লোকক আনি সংস্থাপিত কৰিছিল। সেইসকল লোকে স্থানীয় লোকৰ সৈতে

বৈবাহিক সম্পৰ্ক গঢ়ি নিগাজিকৈ থাকি যোৱাৰ বাবে শিৱসাগৰখন সাহিত্য-সংস্কৃতি, শিল্প, অৰ্থনীতিৰ প্ৰতিটো দিশত চহকী হৈ পৰিছিল।

আহোম যুগত, স্বৰ্গদেউ আৰু কুঁৱৰী সকলে বৰকৈ দ'ল-দেৱালয় সমূহ নিৰ্মাণ কৰিছিল। যাৰ বাবে আজিৰ শিৱসাগৰ জিলা পুৰণি কীৰ্তিচিহ্নৰে ভৰপুৰ হৈ আছে। ১৭৩৩ খৃঃ ত স্বৰ্গদেউ শিৱসিংহৰ পত্নী ফুলেশ্বৰী কুঁৱৰীয়ে সেই সময়ৰ কলঙ্কুপৰীয়া গাঁওত এটা পুখুৰী খণ্ডাই নিজৰ স্বামীৰ নাম অনুসৰি পুখুৰীটোৰ নাম দিয়ে শিৱসাগৰ। স্বৰ্গদেউ শিৱসিংহৰ নাম যুগমীয়া কৰি ৰখা এই পুখুৰীটোৰ মাটি কালি ১৯৪ পূৰা ২ বিঘা, ২ কঠা আৰু ২ লোচা। কোনো কোনো বুৰঞ্জীবিদে কয় যে ভগৱান শিৱৰ নামত উৎসৰ্গা কৰাৰ বাবেহে পুখুৰীটোৰ নাম শিৱসাগৰ হয়। পুখুৰীটোৰ পূব পাৰটোক চেৰেকাপাৰ, পশ্চিম পাৰক কাঠপাৰ, উত্তৰ পাৰক জয়ৰাপাৰ আৰু দক্ষিণ পাৰটোক ঢুলীয়াপাৰ বুলি কোৱা হয়। এইটো পুখুৰীৰ পাৰতে তিনিটা দ'লও নিৰ্মাণ কৰায় ফুলেশ্বৰী কুঁৱৰীয়ে শিবদ'ল, বিষ্ণুদ'ল আৰু দেৱীদ'ল ৰূপে নামাকৰণ কৰা এই দ'ল তিনিটাৰ ভিতৰত শিৱদ'লেই হৈছে ভাৰতৰ ভিতৰত আটাই তকৈ ওখ



শিৱমন্দিৰ। যাৰ উচ্চতা ১২০ হাত আৰু মেৰে ১৩০ হাত।

এইবোৰ কীৰ্তিচিহ্নৰ উপৰিও শিৱসাগৰত আৰু বহুতো কীৰ্তিচিহ্ন আছে। শিৱসাগৰ নগৰৰ পৰা কিছু সমীপৰ জয়সাগৰত জয়দ'ল আৰু সমগ্ৰ এচিয়াৰ সৰ্ববৃহৎ পুখুৰীটো জয়সাগৰতে আছে। তেনেদৰে ৰংপুৰত ৰংঘৰ, তলাতল ঘৰ, গোলাঘৰ, গড়গাঁওত কাৰেংঘৰ, গৌৰীসাগৰত দ'ল আৰু পুখুৰী তথা শিলৰ সাঁকো ফাকুৱা দ'ল, ঘনশ্যাম মন্দিৰ আদি বহুতো কীৰ্তিচিহ্ন আছে। এইবোৰৰ উপৰিও যাতায়তৰ সুব্যৱস্থাৰ বাবে নিৰ্মাণ কৰা বিভিন্ন আলি-ঘাট, নিজান ফাটেক, বাঘমুৱা আৰু ৰিপুঞ্জয় বৰটোপ আদিয়ে স্থাপত্য ভাস্কৰ্য্যৰ নিদৰ্শন দাঙি ধৰিছে। সেইবাবে আজিৰ শিৱসাগৰ এখন ইতিহাস প্ৰসিদ্ধ ঠাই হৈ পৰিছে।

স্বৰ্গদেউৰ ৰাজত্বকালত ৰজাঘৰীয়া প্ৰসাদ আৰু ডা-ডাঙৰীয়াৰ ঘৰ সমূহ চকুত লগাকৈ সজোৱা হৈছিল। হাঁহকণীৰ কুহুম, বৰালি মাছ, মাটি মাহ, বৰা চাউল আদিৰ সংমিশ্ৰণৰে তৈয়াৰি ইটাৰে স্বৰ্গদেউৰ ঘৰ সজোৱা হৈছিল। ৰজা- দিনীয়া দ'ল-দেৱাল নিৰ্মাণৰ বাবে স্বৰ্গদেউ সকলে কোঁচবিহাৰৰ পৰা খনিকৰ অনাইছিল

আহোম ৰাজত্বৰ সময়ত বিভিন্ন পূজা-পাতল, খেল ধেমালি অনুষ্ঠিত হৈছিল। আহোমৰ কেইবাজনো স্বৰ্গদেৱে খেল ধেমালি উপভোগ কৰি ভাল পাইছিল। সেই উদ্দেশ্যে দুমহলীয় ৰংঘৰ নিৰ্মাণ কৰি তাৰ বাকৰিত মাঘ আৰু বহাগ বিহুৰ সময় ম'হযুঁজ, হাতীযুঁজ, শেনযুঁজ আদি খেল-ধেমালি অনুষ্ঠিত কৰাইছিল

শিৱসাগৰৰ অন্য এটা উল্লেখনীয় দিশ হ'ল মৈদাম প্ৰথা স্বৰ্গদেউ, কুঁৱৰী তথা ডা-ভাঙৰীয়া সকলৰ মৃত্যুৰ পাছত বিশে মৰ্য্যদা সহকাৰে সৎকাৰ কৰা বাবে এই মৈদাম সমূহ নিৰ্মাণ কৰ হৈছিল। যি সমূহ মৈদা অন্য কীৰ্তিচিহ্নৰ লগে আজি দেশী-বিদেশী পৰ্যটকৰ আকৰ্ষণ কেন্দ্ৰবিন্দু হৈ পৰিছে।

ভাষা-সাহিত্য ক্ষেত্ৰতো শিৱসাগৰ অৱদান অতুলনীয়। টাই আহোম সকল অসমলৈ অহাৰ পাছতেই অসম প্ৰথম বুৰঞ্জী চৰ্চা আৰ হয়। পাছলৈ বিভি প্ৰাকৃতিক দুৰ্যোগ আ কীৰ্তিচন্দ্ৰ বৰবৰুৱা বুৰঞ্জী দাহৰ ফলত অনেক বুৰঞ্জী নাইকিয়া হৈ গ'ল যদিও কপা কাপোৰত মনোহৰ বাইলুঙে লিখা ৰংপুৰ বুৰঞ্জী, চাংৰুং ফুকন বুৰঞ্জী, তুংখুঙীয়া বুৰঞ্জী উল্লেখযোগ্য। আধুনিক যুগত অৰুণোদ কাকতত প্ৰকাশ পোৱা দেওধাই অসম বুৰঞ্জী, পুৰণি অসম বুৰঞ্জী আহোম বুৰঞ্জী উল্লেখযোগ্য। ইয়াৰ পাছতো ভালেকেইজ বুৰঞ্জীবিদে বুৰঞ্জীৰ সমল লৈ সাহিত্য ৰচনা কৰিছে। অৱশ্যে প্ৰথ এই সাহিত্যৰ সৃষ্টি সমূহ টাই ভাষাত হৈছিল যদিও পাচলৈ স্থানী লোকৰ ভাষাই সাহিত্যৰ ভাষা হৈ পৰিল।

শিৱসাগৰত আধুনিক অসমীয়া ভাষা-সাহিত্যৰ প্ৰা প্ৰতিষ্ঠা হয় মিছনেৰী সকলৰ আগমনৰ পৰাহে। এই মিছনেৰীসকলে ১৮২৮ চনত দিখৌ নদীৰ পাৰতে অসমৰ প্ৰথম ছপাশাল স্থাপ কৰি ১৮৪৬ চনত অৰুণোদয় সংবাদ পত্ৰ প্ৰকাশৰে অসমীয়া ভা সাহিত্যক নতুন ৰূপ দিয়ে। অসমীয়া জাতীয় চেতনাৰ ভিত্তিত গ

লোৱা "আসাম কনফাৰেন্স"ৰ ১৯১৭ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা অধিবেশনতে সদৌ অসম সাহিত্য সভা গঠনৰো প্ৰস্তাৱ দাঙি ধৰা হয়। উক্ত অধিবেশনতে সভাপতি আসন অলংকৃত কৰিছিল শিৱসাগৰৰ সুযোগ্য সন্তান পদ্মনাথ গোঁহাঞিঃ বৰুৱাই। বৰ্তমান অসম সাহিত্য সভা ভাৰতৰ ভিতৰতে এক বৃহৎ সাহিত্য-সংস্কৃতিৰ অনুষ্ঠানৰ অংকুৰণত অৰিহণা যোগাইছে। শিৱসাগৰত পাঁচবাৰকৈ অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতি পদ এই শিৱসাগৰৰে চৈধ্যজনকৈ সুযোগ্য সন্তানে অলংকৃত কৰিছে। তেওঁলোক হ'ল পদ্মনাথ গোঁহাঞিঃ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, ড° ময়িদুল ইছলাম, যতীন্দ্ৰ নাথ দুৱৰা, বেনুধৰ শৰ্ম্মা, পদ্মধৰ চলিহা, ডিম্বেশ্বৰ নেওগ, নকুল চন্দ্ৰ ভূঞা, ড° মহেশ্বৰ নেওগ, ড° মহেন্দ্ৰ বৰা, ড° লীলা গগৈ, নলিনী বালা দেৱী, ড° নিৰ্মল প্ৰভা বৰদলৈ, চন্দ্ৰ প্ৰসাদ শইকীয়া আৰু বৰ্তমান অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰি থকা ইমৰান শ্বাহ। অসমীয়া সাহিত্যৰ বিকাশ আৰু উন্নতিৰ পথত শিৱসাগৰ জন্মলগ্নৰে পৰা জড়িত হৈ আছে। ইমানসকল বৰেণ্য ব্যক্তিৰ জন্মস্থান শিৱসাগৰৰ পৰাই প্ৰকাশ পাইছিল অসমৰ প্ৰথম মহিলা আলোচনী 'ঘৰ জেউতি'।

শিক্ষাৰ ক্ষেত্ৰত অৱশ্যে ইংৰাজসকলৰ আগমনৰ পাছতহে শিক্ষা ব্যৱস্থাটোৰ আমূল পৰিৱৰ্তন ঘটে। গুৱাহাটীৰ পাছতে অসমৰ দ্বিতীয়খন চৰকাৰী ইংৰাজী স্কুল ১৮৪১ চনত শিৱসাগৰত স্থাপন কৰা হয়। যিখন বিদ্যালয়ত অধ্যয়ন কৰি বৰ্তমানলৈকে ১২ জন ব্যক্তিয়ে অসম সাহিত্য সভাৰ পদ অলংকৃত কৰে। এই বিদ্যালয়খন স্থাপন হ'লেও ১৯৪৬ চনত শিৱসাগৰ কলেজ স্থাপন হোৱাৰ পাছৰেপৰা হে জিলাখনৰ শিক্ষাৰ ক্ষেত্ৰখন উন্নতি হ'ব ধৰে।

বৰ্তমান শিৱসাগৰ নগৰ অতীতৰ সৈতে তুলনা নহয়। তেল আৰু প্ৰাকৃতিক গেছৰ আৱিষ্কাৰে শিৱসাগৰক এখন তৈল উৎপাদনকাৰী ঠাই হিচাপে পৰিচয় দিব পাৰিছে। বহু কেইখন তৈলক্ষেত্ৰ আৱিষ্কাৰ হোৱাত জিলাখনত ব্যৱসায়-বাণিজ্য বৃদ্ধি পাইছে।

ক'বলৈ গ'লে আজিৰ শিৱসাগৰ বহুতো প্ৰথিতযশা কবি সাহিত্যিক, নাট্যকাৰ, ৰাজনীতিবিদ, চিকিৎসক, বিজ্ঞানীৰ জন্মস্থান; প্ৰাকৃতিক সম্পদৰে ভৰপূৰ এখন ঠাই তথা দিখৌ নৈ পাৰত থকা ছশ বছৰীয়া আহোম ৰাজত্ব কালৰ মহান ঐতিহ্যৰে গৌৰৱান্বিত আৰু প্ৰাচীন কীৰ্তিচিহ্নৰে ভৰপূৰ এখন ইতিহাস প্ৰসিদ্ধ জিলা। আজি যি সমূহ প্ৰাচীন কীৰ্তিচিহ্নৰ বাবে শিৱসাগৰ জিলা গৌৰৱান্বিত হৈ আছে, সেই সমূহ কীৰ্তিচিহ্ন ধ্বংসৰ পথলৈ আজি আগবাঢ়িছে। আজি এইসমূহ প্ৰাচীন কীৰ্তিচিহ্ন সংৰক্ষণৰ ব্যৱস্থা আমি জিলাখনৰ প্ৰতিজন নাগৰিকেই ল'ব লাগিব আৰু সংকল্পবদ্ধ হ'ব লাগিব যাতে সেই ঐতিহ্য কোনেও ম্লান কৰিব নোৱাৰে। তেতিয়াহে হয়তো আহোমৰ পাঁচখনকে ৰাজধানীৰ পীঠস্থান; অসম সাহিত্য সভাৰ জন্মস্থান, প্ৰথমখন আলোচনী অৰুণোদয়ৰ জন্মদাত্ৰী ৰূপে শিৱসাগৰ সদায় চিৰ স্মৰণীয় হৈ ৰ'ব।▶▶▶

*সহায়ক গ্ৰন্থ ঃ*

- *ইতিহাসে সোঁৱৰা ছশটা বছৰ ঃ সৰ্বানন্দ ৰাজকুমাৰ*
- *অসম আৰু আধুনিক ভাৰত বুৰঞ্জী ঃ ড° ৰমেশ চন্দ্ৰ কলিতা*



# শিশুৰ নৈতিক চৰিত্ৰ গঠনত আজিৰ আইসকলৰ ভূমিকা

● ৰূপম বৰ
স্নাতক পঞ্চম যান্মাষিক (বাণি

আজিৰ শিশু কাইলৈ নাগৰিক। আমাৰ প্ৰতিজন শিশুৱেই মানৱ সম্পদ। এই সম্পদ ৰাজি সদ্ ব্যৱহাৰৰ ওপৰতেই আমাৰ দেশৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। বিকৃত সংস্কৃতিয়ে নতুন প্ৰজন্মক অবাতে বাট দেখুৱাইছে। লক্ষ্যবিহীন ভৱিষ্যত লৈ শিক্ষা গ্ৰহণ কৰা সকলেই সমাজত নানা সমস্যা সৃষ্টি কৰিছে আৰু এতিয়া এই সমস্যা নিৰাময় কৰাত আমাৰ সমাজৰ লগতে আজিৰ আই সকলৰ যথেষ্ট ভূমিকা আৰু কৰ্তব্য আছে।

এখন গৃহস্থীৰ পৰিয়ালৰ সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰে ঘৰৰ গৃহিণী গৰাকীৰ ওপৰত। আজিৰ আইসকলে শিশুসকলক ধৰ্ম, সাহিত্য, সংস্কৃতি, শাৰীৰিক, মানসিক আদি বিভিন্ন দিশত আগুৱাই নিব পাৰে। যিখন ঘৰত শিশুৰ জন্ম হয় আৰু সেইখনঘৰৰ পৰিবেশ যদি সুন্দৰ, শান্তিময়, শৃংখলাবদ্ধ আৰু সামাজিক পৰিবেশ অতি মনোমোহা হয় তেন্তে তেতিয়া নৱজাতকে সেই পৰিবেশত থাকি মনটো খাপ খুৱাই লয় আৰু সুস্থ সুন্দৰ মানসিকতা লাভ কৰি নিজৰ ব্যক্তিত্বৰ পৰিচয় দিয়ে। এই ক্ষেত্ৰত মুখ্য ল'ব পিতৃ মাতৃৰ লগতে পৰিয়ালৰ সকলো সদস্যই। একমাত্ৰ ঘৰখনেই হৈছে শিশুৰ চৰিত্ৰ গঠনৰমূল চাবি কাঠি। তিনি বছৰৰ পৰা ছয়- সাত বছৰলৈ শিশুক সহজ সৰল জ্ঞান দিয়াতো উচিত আৰু এই ক্ষেত্ৰত মূখ্য ভূমিকা ল'ব লাগে আমাৰ আইসকলে।

ঘৰখনেই হৈছে শিশুসকলৰ মূল কঠিয়াতলী। গতিকে জন্মদাত্ৰী মাতৃগৰাকী অলপ সুশিক্ষিতা হ'লেহে সন্তানক সৎ, সাহসী, চৰিত্ৰবান কৰি তুলিব পাৰিব। এগৰাকী ভাল মাতৃয়ে হৈছে শিশুৰ নৈতিক চৰিত্ৰ গঠনত সহায় কৰা একমাত্ৰ শিক্ষক। শিশুৰ জন্মৰ পৰাই মাকৰ লগত যি সু সম্পৰ্ক থাকে সেই সু সম্পৰ্ক হয়তো অ কাৰো লগত নাথাকে সেয়ে এগৰাকী মাতৃয়ে তেওঁৰ শিশুটিৰ নৈতি চৰিত্ৰৰ ওপৰত সম্পূৰ্ণ ভূমিকা লব পাৰে। মুঠতে নতুন প্ৰজন্ সকলো দিশতে গঢ়ি তুলিব পাৰিলেহে ভৱিষ্যতে দেশৰ ত সমাজৰো শান্তি সম্প্ৰীতি তথা ভাতৃত্ববোধ জাগ্ৰত হ'ব। সেয়ে আম দেশৰ আই মাতৃসকলেই এগৰাকী আদৰ্শবান স্নেহশীল জন হিচাপে সমাজৰ ধৰণী ধৰিলেহে সমাজত সুস্থ পৰিবেশ সৃষ্টি কৰ পাৰিব।

শিশু মূলতেই হৈছে পৰিবেশ সচেতন জীৱ। সেয়ে শিশুৰ প্ৰতিক্ৰিয়া বা আচৰণ তাৰ পৰিবেশ পৰিস্থিতিৰ ওপ নিৰ্ভৰশীল। শিশুৰ গৃহ পৰিবেশ পিতৃ মাতৃৰ নিয়ন্ত্ৰণত থাকে যদি মাতৃ গৰাকীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিব লাগে। ঘৰখনত পু গধূলি ধূপ-ধুনা, চাকি, বন্তি, জ্বলাই শান্ত সমাহিত আৰু প পৰিবেশৰ সৃষ্টি কৰা উচিত। শিশুৱে তাৰ স্বভাৱ বংশানুক্ৰমে যদিও এটি শিশুৰ জীৱন যাত্ৰা আৰম্ভ হয় স্নেহময়ী মাতৃ গৰাব জৰিয়তে। যি গৰাকী মাতৃয়ে কোলাত আশ্ৰয় দিছে মৰম যাচি অসুখ হ'লে বা কষ্ট পালে সান্তনা দিছে, ভোকত আহাৰ যাচি হতাশাত প্ৰেৰণা দিছে, ভয়ত সাহস দিছে, সেই আদৰ্শতেই শি চৰিত্ৰ স্বাভাৱিক বিকাশ হয়। বৰ্তমান সময়ত উঠি অহা সন্তান সক সুপথে পৰিচালিত কৰিবলৈ পুৰুষৰ লগতে এই সকলৰো ভূমি অতিশয় তাৎপৰ্যপূৰ্ণ। এজন শিশুৱে তাৰ নৈতিকতাৰ বিচাৰ নি কৰিব নোৱাৰে নৈতিক ক্ৰিয়া আচৰণ আৰু বিচাৰ বিবেচনাৰ দি মাতৃগৰাকীয়ে হৈছে অনুকৰণীয় ব্যক্তি। কৈশোৰ কাল অৰ্থাৎ তে

পৰা ওঠৰ/ উনৈছ বছৰলৈকে এই সময়ছোৱাক নৈতিক বিকাশৰ শীৰ্ষবিন্দু বুলি ক'ব পাৰি এই অৱস্থাত নৈতিক ক্ৰিয়া আচৰণৰ শুভ অশুভ, ন্যায়-অন্যায়, উচিত-অনুচিত আদিৰ বিচাৰ বিবেচনা নিজ মানসিক শক্তিৰ দ্বাৰা কৰিব পাৰি। আই গৰাকীয়ে এই ক্ষেত্ৰত অধিক সহায়ক হ'ব লাগে। ইয়াৰ বাবে সুস্থ পৰিবেশৰ ঘৰ এখন দৰকাৰ। এই ক্ষেত্ৰত পিতৃ মাতৃয়েই হৈছে সৰ্ব্বশক্তিমান আৰু আদৰ্শ ব্যক্তি কাৰণ পিতৃ মাতৃয়ে শিশুক নৈতিক অনৈতিক আদি কথা বুজাব পাৰে।



শিশুৰ মন আৰু তাৰ দ্বাৰা আচৰণৰ বিকাশৰ মূল উৎস বা উৎপত্তি স্থান হৈছে ঘৰখন। গৃহ পৰিবেশটোৰ লগত খাপ খুৱাই লৈ যাব পাৰে কেৱল মাতৃগৰাকীয়েহে। মাতৃগৰাকীয়ে সন্তানক সুপথে পৰিচালিত কৰিবলৈ হৰি নাম ধৰ্ম সৰোগত কৰি গুৰু জনাৰ আদৰ্শৰে নিজ নিজ সন্তানক অনুপ্ৰাণিত কৰাই সু-ব্যক্তি কৰি গঢ়ি তুলিবলৈ যত্ন পৰ হ'ব লাগিব। শিশুৱে খেলা ধুলা কৰি ভাল পায় শিশুত খেলা ধূলা কৰিবলৈ দিলে শৰীৰৰ লগতে মনটোও উৎফুল্লিত হৈ থাকে গতিকে শিশুক চাৰিবেৰৰ মাজতে আবদ্ধ নাৰাখি লগৰীয়াৰ লগত খেল ধেমালী কৰিবলৈ দিব লাগে। ইয়াৰ যোগেদি বন্ধুত্ব, ভাতৃত্ব, সহযোগিতা, সহৃদয়তা আদি বিভিন্ন সামাজিক পাৰস্পৰিকতা লাভ কৰি উঠে। এই ক্ষেত্ৰত আই গৰাকীয়ে শিশুৰ সহায়ক হ'ব লাগিব।

আইসকলে শিশু চৰিত্ৰ গঠন কৰিবলৈ যাওঁতে ঘৰখনৰ পৰিবেশৰ ওপৰতো গুৰুত্ব দিব লাগিব। সুন্দৰ পৰিবেশৰ মাজত শিশুৱে মানৱীয় মূল্যবোধ, ডাঙৰৰ প্ৰতি শ্ৰদ্ধা, ভক্তি মৰম স্নেহ সহানুভূতি সহৃদয়তা বিচাৰি পায়। শিশুৰ ব্যক্তিত্ব বিকাশত আৰু পৰিবেশৰ সুস্থ মনোভাৱ গঢ় দিয়াত মাতৃগৰাকীৰ ভূমিকা অপৰিহাৰ্য্য। শিশুৰ এটা স্বভাৱ সুলভ মনোভাৱ হৈছে সি সকলোৰে মৰমৰ কেন্দ্ৰ বিন্দু হোৱা। শিশু স্বভাৱতেই মৰম আকলুৱা। মাতৃ গৰাকীয়ে মৰম স্নেহেৰে শিশুৰ মনৰ প্ৰয়োজন পূৰাব পাৰে। সেইকাৰণে মাতৃৰ আদৰ যত্নই শিশুক যাতে উৎসাহিত কৰিব পাৰে তাৰবাবে মাতৃগৰাকী সজাগ হ'ব লাগে।

শিশু জীৱনৰ স্থায়ী আৰু সুদৃঢ় অভিজ্ঞতা হ'ল পিতৃ মাতৃ আৰু তেওঁলোকৰ মাজত গঢ়ি উঠা প্ৰেম আৰু বন্ধুত্ব। গভীৰ প্ৰেম আৰু বুজাবুজিৰ মাজেৰে ল'ৰা-ছোৱালীক মৰম নিবেদন কৰিব পৰাটো পিতৃ মাতৃৰ সুগম পথ। শিশুৱে পিতৃ মাতৃৰ পৰা সহজভাৱে দুটা বস্তু আশা কৰে মৰম স্নেহ আৰু সহায় সুবিধা। গতিকে শিশুৱে সদায় পিতৃ মাতৃৰ উপস্থিতি কামনা কৰে। নিয়মানুবৰ্তিতা আৰু অনুশাসনৰ জ্ঞান দিয়াটো পিতৃ মাতৃৰ এটা ডাঙৰ কৰ্তব্য। নিজৰ জীৱন, সময়, নিয়মানুবৰ্তিতা, ৰাজহুৱা সম্পদ, পৰিস্কাৰ-পৰিচ্ছন্নতা সুন্দৰ বাতাবৰণৰ প্ৰতি থকা সচেতনতাই শিশু জীৱনৰ লাগতিয়াল মূল্যবোধ। শিশু সকলৰ মনত মূল্যবোধৰ শিক্ষা জাগৃত কৰিব পাৰে আমাৰ আইসকলে। উঠি অহা এই শিশু সকলেই হৈছে দেশৰ ভৱিষ্যত নাগৰিক। তেওঁলোকক সামাজিক, আধ্যাত্মিক আৰু অৰ্থনৈতিক, নৈতিকতাৰ দিশত আগবঢ়াই নিয়াত অনুপ্ৰাণিত কৰাতো পিতৃ-মাতৃৰ লগতে ব্যক্তি আৰু সমাজৰ সহযোগিতা প্ৰয়োজন। ▶▶▶

# কমন চেনচ




● প্ৰদীপ গ
সহকাৰী অধ্যাপক, মানৱ সম্পদ বিভ

"Birth day বুলি অন্ততঃ কেক এটাতো আনিব লাগে। নাই কেক নাই মম minimum কৰিব লগাটো কৰিব লাগে। একেবাৰে নোৱাৰিলেও সৰু হ'লেও কেক এটা আনি, মম দাল ফু-মাৰি নুমুৱাই Happy Birth day বুলি এবাৰি গাই celebrate কৰাটো এটা common sense অৰ কথা।"

"নাই.....আজি কালি বহুতেই minimum common sense অৰ কথাও নাজানে। নতুন চামৰ কথাটো বাদেই, উচ্চ শিক্ষিত চামেও common sense বোলা কথাযাৰ পাহৰি পেলাইছে। Junior এ Senior অক কেনেকে কথা কোৱা উচিত, কেনে Respect কৰা উচিত এইবোৰ নজনা হৈছে। minimum common sense নাই।"

" Common sense নাই......শুকক বেদ পঢ়াবলৈ যায়। কাক কি, কেতিয়া উপদেশ দিব লাগে নাজানে। ইমানবোৰ জীৱনৰ দেওনা পাৰ হৈ নিজৰ অধ্যৱসায়ৰ বলতহে উচ্চ স্থান পায়। আকৌ কালি-পৰহিৰ জাকে বিজ্ঞ জনক উপদেশ দিয়ে। কথা কটা-কতি কৰে। বিপক্ষে মাত মাতে। মুঠেই common sense নাই।"

"নিজে পঢ়ি পাচ কৰাটো দূৰৰে কথা। আজি ১৫-২০ বছৰে ক'ত ল'ৰা-ছোৱালীক Management পঢ়ুৱাই সুখ্যাতিৰে পাচ কৰাই ক'ত ডাঙৰ চাকৰিৰ বাবে উপযুক্ত কৰালো। এতি আকৌ এহেত মখাই সোধে.... actually sir, is it possible manage men? minimum, minimum common sen নাই। ক'ত, কেতিয়া, কি প্ৰশ্ন কৰিব লগে তাকো নাজানে।

"হয়। ঠিক এনে ধৰণৰ common sense নজনাৰ ব আজিকালি প্ৰায়েই senior সকলৰ মুখত শুনা যায়। কিন্তু Jessi Truman এ কৈছিল- common sense is not so commo য'ত যুক্তি- চিন্তা প্ৰজ্ঞাৰ কোনো মূল্য নাই তাত common ser বো কোনো মূল্য নাই।

**যি ধৰণেৰে এজন ছাত্ৰই পৰীক্ষাৰ ফলাফল বেয়া কৰি একে শ্ৰেণীতে ৩/৪ বছৰ অতিবাহিত কৰিলে তেওঁ senior হ'ব নোৱাৰে, ঠিক তেনেদৰে এজন শিক্ষকেও একেখিলা কাগজৰ পৰাই ২০/২৫ বছৰ ছাত্ৰ-ছাত্ৰীক পাঠদান কৰি থাকিলে senior হ'ব নোৱাৰে।**

"Sun Rises in the ea সকলোৱেই জানে universal truth। নজনা minimum comm sense নাই বুলিয়েই ধৰা হ কিন্তু sun এটা Star কেতিয়াও উদয় হব নোৱা সূৰ্য্যৰ ধৰ্মই হৈছে স্থিৰ হৈ থকা। পৃথিবীয়ে সূৰ্য্যৰ চাৰিওফালে ঘ বুলি জনা ৰ পাছতো- দেখাত উদয় হোৱাৰ দৰে লাগে বাবেই অ পৰম্পৰাগত ৰক্ষা কৰি common sense ৰ দোহাই দি মানি আহিছো।

হিন্দু শাস্ত্ৰ মতে অগ্নিৰ নিৰ্বাপনৰ অৰ্থ মৃত্যু তুল্য। কো শুভ কাম বন্তি নিৰ্বাপনেৰে নহয়। বন্তি প্ৰজ্বলনেৰেহে আৰম্ভ হ তেন্তে কিয় Birthday ৰ শুভক্ষণত বন্তি ফুমাৰি নুমুৱাই উদ্যা

কৰো। কাৰ পৰোচনাত বা ক'ৰ পৰা শিকিলো এনে Common sense অৰ কথা? সম্ভৱ পাশ্চাত্যৰ পৰা। কিন্তু মন কৰিব লগীয়া কথা, পাশ্চাত্যই আমাৰ culture, আমাৰ আচাৰ ব্যৱহাৰ কেতিয়াও অনুকৰণ কৰা নাই। আমাৰ চোলা-চুৰিয়া, পূজা-পাতল, বাৰে বহনীয়া সংস্কৃতিৰ তিলমানো আকোঁৱালি লোৱা নাই যদিও পাশ্চাত্যৰ গুণী সকলে কথাতেই হওঁক বা লিখনিতেই হওঁক ভাৰতৰ সাহিত্য-সংস্কৃতি, নীতি নিয়ম আচাৰ-ব্যৱহাৰক ভূয়সী প্ৰসংশা কৰে। আৰু আমি? Common sense ৰ দোহাই দি অযুক্তিকৰ ভাবে কোনো ব্যাখ্যা নিবিচৰাকৈ সকলো মানি আছো। সেয়েহে Mark Twain এ কৈছিল- "Always do right. This will gratify some people and astonish the rest".

"How we spend our days is, of course, how we spend our lives" জন্তু আৰু মানুহৰ মাজত পাৰ্থক্য হৈছে- মানুহে চিন্তা কৰিব জানে, নতুনৰ সন্ধান কৰি দিনক দিনে ইটোপৰ পৰা সিটোপলৈ নিজকে আগুৱাই নিব জানে। অৰ্থাৎ এই যে আগুৱাই যাব পাৰে ইয়াকেই senior বুলি কোৱা হয়। দিনক দিনে senior হ'ব পৰা ক্ষমতা মানুহৰহে থাকে। জন্মৰ পৰাই যি কৰি আহিছে সেই একেই কামকেই কৰি থকাৰ বাবে জন্তু senior হ'ব নোৱাৰে। নতুনত্বৰ ধাৰণা ইতৰ প্ৰাণীৰ নাই। বয়সে মানুহক senior নকৰে। কৰ্ম সম্পাদনেৰে নিজৰ লক্ষ্যত উপনীত হ'ব নোৱাৰা এনে কোনো কালেই সঁচা অৰ্থত senior হ'ব নোৱাৰে। যি ধৰণেৰে এজন ছাত্ৰই পৰীক্ষাৰ ফলাফল বেয়া কৰি একে শ্ৰেণীতে ৩/৪ বছৰ অতিবাহিত কৰিলে তেওঁ senior হ'ব নোৱাৰে, ঠিক তেনেদৰে এজন শিক্ষকেও একেখিলা কাগজৰ পৰাই ২০/২৫ বছৰ ছাত্ৰ-ছাত্ৰীক পাঠদান কৰি থাকিলে senior হ'ব নোৱাৰে।

"Be the change you wish to see in the world"- M.K. Gandhi. সময়ৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ চিন্তাৰ পৰিবৰ্তন ঘটিছে। আজিৰ মানৱ জাতিয়ে দুৰন্ত গতিত নতুনত্বৰ সন্ধানত জীৱনৰ প্ৰত্যেকটো পল নিয়োজিত কৰিছে। প্ৰত্যেক কাৰ্যই যুক্তি-বিচাৰ বিবেচনাৰ সমাহাৰ ঘটিছে। Authority, Accountability and responsibility নীতিক আজিৰ উন্নত সমাজে চিন্তা কৰিবলৈ বাধ্য হৈছে। Corporate responsibility, sustainable development, Responsible Practices ৰ দৰে নতুন ধ্যান ধাৰণাৰে সমাজক অবক্ষয়ৰ পৰা বচোৱাৰ আখৰা চলিছে। তেনেস্থলত এচামে কথাৰ ফুলজাৰিৰে আৰ-তাৰ দোষ-গুণ খুচৰি দিনৰ দিনটো অতিবাহিত কৰি চৰকাৰৰ ভৰাল উদং কৰিছে। তৎস্বত্বেও ওপৰৱালা সমূহেই হওঁক বা সমাজ খনেই হওঁক তেওঁলোকক হে বৰ পিৰা পাৰি বহুওৱাৰ প্ৰয়াস কৰে। কাৰণ, যুক্তি বিচাৰ একো নাই....। মাথো senior মানে বয়সত। senior অসমীয়া সমাৰ্থ উচ্চ বা প্ৰধান one well advance in a course of study। ধ্যান-ধাৰণাৰে পৰিপুষ্ট কনিষ্ঠ জনকেই হওঁক, বা জ্যেষ্ঠ জনকেই হওঁক, সু-পথ প্ৰদৰ্শক হিচাপে কাৰ্য্য নিবাস কৰা জনকহে উচ্চ স্থানীয় বুলি আখ্যা দিয়া হয়। তেনেস্থলত আজিৰ ছাত্ৰ সমাজেই হওঁক বা বিজ্ঞ সমাজেই হওঁক বিচাৰ, বিবেচনা, যুক্তি নোহোৱাকৈ common sense ৰ দোহাই দি সকলোবোৰ কথা অকপটে মানি লোৱাটো অতি দুৰ্ভাগ্যজনক। শেষত- "The person who makes no mistakes doesnot usully make anything" - Edward John Phelps. ▶▶▶

পাপৰ ফল মানুহে ভোগ কৰিবলৈ নিবিচাৰে, অথচ পাপ অৰ্থাৎ নকৰিব লগীয়া কামবোৰ মানুহে যত্নেৰে কৰে; কিন্তু পুণ্য কৰিবলৈ যত্ন নকৰি পুণ্যৰ ফল ভোগ কৰিব বিচাৰে।

—বেদব্যাস (মহাভাৰত)

# ভাৰতৰ ঐতিহাসিক গুহাচিত্ৰ



● হৰিপ্ৰসাদ বিকাশ ফুক
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ

**আদি প্ৰস্তৰ যুগ ঃ-**

প্ৰাগঐতিহাষিক যুগত মানুহৰ আদিম পুৰুষ পৰ্বতৰ প্ৰাকৃতিক গুহাত বাস কৰিছিল। সেই আদিম মানৱ সকলে তেওঁলোক বাস কৰা গুহাৰ বেৰত তেওঁলোকৰ মনৰ ভাৱ ব্যক্ত কৰি কিছুমান ৰেখা চিত্ৰ আঁকি থৈ গৈছে। সেই ৰেখা চিত্ৰবোৰৰ পম খেদিয়েই ভাৰতীয় চিত্ৰ কলাৰ আঁত ধৰিব পাৰো।

প্ৰাগঐতিহাসিক এই যুগক প্ৰস্তৰ যুগ বুলি কোৱা হয়। এই প্ৰস্তৰ যুগটো পণ্ডিত সকলে তিনিটা স্তৰত ভগাইছে। আদি প্ৰস্তৰ যুগ (Palaeolithie age), মধ্যপ্ৰস্তৰ যুগ (Mesalithie age) আৰু নৱপ্ৰস্তৰ যুগ (Neolithic age)। প্ৰাগঐতিহাসিক এই গুহা চিত্ৰবোৰ অংকনৰ বয়স খৃঃ পূঃ ৫০,০০,০০০ ৰ পৰা খৃঃ পূঃ ১০,০০০ বছৰৰ ভিতৰত বুলি পণ্ডিতসকলে ভাৱে। পৃথিৱীৰ বহুত ঠাইত বৰ্তমানলৈকে এনে প্ৰাগৈতিহাসিক যুগৰ গুহাচিত্ৰ আবিষ্কৃত হৈছে, ইয়াৰ ভিতৰত স্পেইন, দক্ষিণ আফ্ৰিকা, দক্ষিণ ৰোডেচীয়া, ফ্ৰান্স, পেৰু, আলাস্কা, অষ্ট্ৰেলিয়া, চীন, ভাৰতবৰ্ষ আদিয়েই প্ৰধান।

ভাৰতবৰ্ষৰ কিছুমান ঠাইত এনে পুৰণি যুগৰ গুহাচিত্ৰ আৱিষ্কৃত হৈছে। সেইবোৰৰ ভিতৰত মধ্যপ্ৰদেশৰ মহাদেউ পৰ্বতৰ গুহা, মধ্য ভাৰতৰ সিং হানপুৰ, ৰায়গড়ৰ ওচৰৰ কাব্ৰাপৰ্বত, উত্তৰ প্ৰদেশৰ কৈমোৰ পৰ্বত, বুন্দেল খণ্ডৰমনিকপুৰ, কৰ্ণাটকৰ হোচাঙ্গাবাদ, ঘাটশিলা আদিয়েই প্ৰধান। ওপৰৰ উনুকিওৱা ঠাইবোৰৰ শিলৰ প্ৰকৃতিক গুহাবোৰৰ শিলৰ খহটা বেৰবোৰত প্ৰস্তৰ যুগৰ তিনিটা স্তৰৰ মানৱে অঁকা চিত্ৰ আৱিষ্কৃত হৈছে। এইখিনিয়েই ভাৰতীয় চিত্ৰকলাৰ আদিম ছবি।

আদি প্ৰস্তৰ যুগৰ ছবিবোৰ ৰেখাচিত্ৰ। শিলৰ জো টুকুৰাৰে খহটা বেৰত অঁকা ছবিবোৰৰ বিষয় বস্তু জীৱ-জন্তু বা দলী চিকাৰ। জীৱ-জন্তুৰ ভিতৰত ডাঙৰ শিং থকা শৰপহু, মেথোন, হাত বাঘ, গড় আদিৰ ছবিয়েই প্ৰধান। মানুহৰ ছবিও বহুত আছে। মানুহ ছবিবোৰ অঁকা পদ্ধতি সকলো ঠাইতে এটা শূণ্য আঁকি মূৰ বুজা আন কিছুমান ৰেখাৰে হাত ভৰি বুজাই মানুহৰ প্ৰতিকৃতি আঁকিছে ধেনু, কাড়, যাঠি, জোং আদিও ৰেখাৰেই আঁকিছে।

তেওঁলোকে আঁকি থৈ যোৱা গুহাচিত্ৰ বোৰৰ পৰা সে আদি যুগৰ মানুহৰ জীৱন যাত্ৰাৰ বহু কথাৰ সম্ভেদ আমি পাও তেওঁলোকৰ ডাঙৰ আৰু হিংস্ৰ জন্তু বোৰলৈ ভয় নাছিল তেওঁলোকে সেই জন্তুবোৰ চিকাৰ কৰি খাইছিল আৰু চিকাৰ আনন্দত দল পাতি নাচিছিল। আদি প্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰবো খহতা আৰু চুটি আছিল। তেনে চুটি জোঙা অস্ত্ৰৰেই তেওঁলো বেৰত ৰেখাচিত্ৰ আঁকিছিল।

**মধ্যপ্ৰস্তৰ যুগ ঃ**

মধ্য প্ৰস্তৰ যুগত বাস কৰা মানুহবোৰৰ জ্ঞান-বুদ্ধিৰ যথে উন্নতি হৈছিল। তেওঁলোকৰ শিলৰ অস্ত্ৰবোৰ বেছি মিহি আৰু জো হৈছিল। তেওঁলোকে শিলৰ অস্ত্ৰত খাজ কাটি কাটি বা জন্তুৰ হা লগাই লৈছিল। তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰবোৰ বেছি আৰু চোকা আছিল সেইদৰেই ছবি আঁকিবলৈ লোৱা শিলৰ অস্ত্ৰবোৰ বেছি জোঙা আ মিহি ৰেখা আঁকিব পৰা বিধৰ আছিল।

সেই কালৰ ছবিবোৰ বেছি ওচৰ চপাই আছিল। চিত্ৰ অংকন দ্ধতিবো বহু উন্নতি হৈছিল। ছবিবোৰ দেখিলেই ছবিৰ বিষয় বস্তু চিনিব পাৰি। মানুহৰ ছবিবোৰত শৰীৰটো আঁকোতে এডাল ৰেখাৰ লনি একোটা বৰ্গক্ষেত্ৰ আঁকি ৰেখাৰ হাত ভৰি আঁকিছিল। সেই গৰ মানুহে কাঠ বা বাহৰ মৌ জোল পাৰি খাইছিল। সেইবোৰৰ হু ছবি তেওঁলোকে গুহাৰ বেৰত আঁকি থৈ গৈছে। এই যুগত ত্ৰবোৰত গতিশীল ভঙ্গীৰ যোগ হ'ল। মানুহে নচা বা দৌৰা, জীৱ-ন্তুৰ পলায়ন আদি সুন্দৰকৈ ছবিবোৰত প্ৰকাশ পাইছে। অৱসৰ ময়ত ল'ৰা ছোৱালীবে একেলগে বহি থকা ভঙ্গীও ছবিত সুন্দৰকৈ টাই তুলিছে।

**ৱ প্ৰস্তৰ যুগ ঃ**

এই যুগৰ ছবিবোৰ দেখিলে সুন্দৰকৈ বুজিব পাৰি যে এই গৰ মানুহবোৰৰ জ্ঞান-বুদ্ধিৰ যথেষ্ট উন্নতি হৈছিল। মানুহে নিজৰ লঙ্গ ব্যৱস্থা ত্যাগ কৰি গছৰ বাকলি, ঘাঁহ আৰু জন্তুৰ ছাল পিন্ধিবলৈ 'লে; জুই জ্বলোৱা পদ্ধতি আৱিষ্কাৰ কৰিলে জন্তুৰ মঙহ জুইত ৰি খাবলৈ ল'লে। মাটিৰ পাত্ৰ জুইত পুৰি ব্যৱহাৰ কৰিবলৈ কিলে, ডাঙৰ গছৰ কুণ্ডৰ মাজডোখৰ খুলি নাও সাজি নদীৰে হা-যোৱা কৰিবলৈ শিকিলে ইয়াৰ লগে লগে তেওঁলোৰ ব্যৱহৃত ল, হাড়, শিং আদিৰ অস্ত্ৰ আৰু আন আহিলাবোৰৰ বহু উন্নতি 'ল। তেওঁলোকে আনকি ফল-মূলৰ গছ-গছনি ৰুবলৈও শিকিলে।

নৱপ্ৰস্তৰযুগৰ গুহাচিত্ৰবোৰৰ পৰা আমি তেওঁলোকৰ ষয়ে বহুত কথা জানিব পাৰো। নৱ প্ৰস্তৰ যুগৰ ছবিবোৰ বাস্তৱৰ নুৰূপ, ছবিৰ গতিশীল ভঙ্গী সুন্দৰ। পশুৰ বিচৰণৰ বিষয়ে তওঁলোকৰ সুন্দৰ অধ্যয়ন আছিল। বহুতো জীৱ-জন্তু তেওঁলোকে চৰৰ পৰা চাই অধ্যয়ন কৰিছিল। মুঠতে নৱ প্ৰস্তৰ যুগৰ ছবিবোৰ াম্ভীৰ্যপূৰ্ণ আৰু বলবীৰ্য প্ৰকাশৰ বাস্তৱ ৰূপৰ।

এই যুগৰ ছবিত ৰং দিয়া প্ৰথাৰ প্ৰচলন হ'ল। ৰং সাধাৰণতে 'লা, গেৰুৱা আৰু হালধীয়াই আছিল। দুই এঠাইত উজ্জ্বল ৰঙা ঙৰো প্ৰয়োগ কৰা দেখা যায়। কিছুমান ছবিৰ ৰং স্থায়ী কৰিবলৈ ই চিত্ৰকৰ সকলে জীৱ-জন্তুৰ তেল (চৰ্বি) গলাই তপতে তপতে ং মিলাই ছবিবোৰ আঁকিছিল। ৰং লগাওতে তেওঁলোকে জন্তুৰ ামৰ তুলিকা ব্যৱহাৰ কৰাৰো প্ৰমাণ আছে। গছৰ কোমল আঁহেৰেও লিকা কৰি লৈছিল। এই যুগত আঁকা ছবিৰ বিষয়বোৰ বা জীৱ-ন্তুবোৰ ঘাইকৈ হাতী, গড়, ম'হ, মেথোন, বাঘ, হৰিণ, শিয়াল ৰপহু, গাহৰি আদিয়েই প্ৰধান। এই ছবিবোত এটি কথা বিশেষ াবে লক্ষণীয়- পৰ্বত অৰণ্য ভাৰতবৰ্ষ সাপৰে পৰিপূৰ্ণ। এনেহেন ৰ্প প্ৰধান দেশৰ গুহা চিত্ৰত কতো সাপৰ ছবি দেখিবলৈ নাই। াপৰ ছবিৰ অনুপস্থিতিৰ কিবা গূঢ় কাৰণো থাকিব পাৰে।

এই যুগৰ বহু ৰঙৰ ছবিবোৰত ছবিৰ বহিঃৰেখা ডাঠ ক'লা বা গেৰুৱা ৰঙেৰে আঁকি মাজত প্ৰয়োজনীয় ৰং খুৱাই জন্তুৰ ছবিবোৰত ডাঠ-পাতল ৰঙৰ সহায়ৰে ওখ-চাপৰ সুন্দৰকৈ ফুটাই তুলিছে।

মধ্য প্ৰদেশৰ মহাদেও পৰ্বততে পঞ্চাশ খনৰো অধিক চিত্ৰ আৱিষ্কৃত হৈছে। ভূপালৰ 'ভীমবেটকা', চিবকদ আদি পৰ্বতৰ এনে গুহা চিত্ৰবোৰ বেছি উন্নত ধৰণৰ।

**সিন্ধু উপত্যকাৰ সভ্যতাৰ চিত্ৰকলা ঃ**

নৱপ্ৰস্তৰ যুগৰ গুহাবাসী মানৱ সমাজৰ পৰা সিন্ধু উপত্যকাৰ নগৰৰ অট্টালিকাবাসী মানৱ সমাজলৈ বহু কালৰ ব্যৱধান। সাংস্কৃতিক দিশত বিৰাট পাৰ্থক্য। কিন্তু চিত্ৰকলাৰ আলোচনাত আমি সেই দূৰত্বলৈ পিঠি দি, প্ৰস্তৰ যুগৰ গুহা বা পৰ্ণ কুটিৰ বাসীৰ পৰা পোনে পোনে তাম্ৰযুগৰ নগৰ সভ্যতালৈ অহাৰ বাহিৰে আমাৰ আন উপায় নাই। কাৰণ এই বিৰাট ব্যৱধানৰ সময়ৰ মাজডোখৰৰ চিত্ৰকলাৰ কোনো নিদৰ্শন পাবলৈ নাই। গুহা এৰি ক্ৰমান্বয়ে এই মানৱ সমাজে চিকাৰৰ সলনি কৃষিক জীৱন ধাৰণৰ অৱলম্বন কৰি ল'লে। পৰ্বতৰ গুহাত বাস কৰিবলৈ এৰি, নদীৰ পাৰৰ সাৰুৱা মাটিত পৰ্ণকুটিৰ সাজি গাওঁ পাতি বাস কৰিবলৈ ল'লে। কোনো যুগতে মানুহে কলাৰ সহায়ত আত্ম প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰে। এই মধ্যকালৰ ব্যৱধানৰ সময়তো এই লোক সমাজে আগৰ দৰেই ছবি আঁকি মনৰ ভাব প্ৰকাশ কৰি হয়তো বহু ছবি আঁকিছিল। কিন্তু ছবি আঁকা থলি সম্পূৰ্ণ নহ'ল। তেওঁলোকে বাস কৰা পৰ্ণ কুটিৰৰ বেৰবোৰ আছিল গছপাত, ঘাঁহ, বনৰ। সেইবোৰত ছবি অঁকাতো অসম্ভৱ। হয়তো তেওঁলোকে মাটিৰ ফলক গঢ়ি, কাঠৰ ফলি সাজি উলিয়াইছিল। হয়তো তেওঁলোকে ক্ষণস্থায়ী বস্তুবোৰত বহুত বিষয়ৰ ছবি আঁকিছিল। সেই ক্ষণস্থায়ী বস্তুবোৰ কাহানিবাই কালৰ হাতত ধ্বংস হৈ নিঃচিহ্ন হৈ গ'ল। সেই প্ৰাগৈতিহাসিক মানুহবোৰৰ ছবি অঁকাটো এটা অৱসৰ বিনোদনৰ মাধ্যম আছিল। চিত্ৰকলা তেওঁলোকৰ জীৱনৰ এটা অংগ আছিল। চিত্ৰকলা তেওঁলোকৰ জীৱন ধাৰণৰ এটা নীতি আছিল। তেওঁলোকে সুবিধাজনক ঠাইত জন্তুৰ ছাল গছৰ বাকলি কাঠবল মাটিৰ ফলক আদিতো বহু ছবি আঁকি লৈছিল। আনহে নেলাগে তেওঁলোকে ছবি অঁকা মাটিৰ পাত্ৰবোৰ ভাঙি যোৱাৰ পাছত তাৰ খোলাকটিবোৰ অনাদৃত অৱহেলিত হৈ পৰি ৰ'ল। পোৰা মাটিৰ সৰু কলহ কালত নজহা নপমা বস্তু। সেই কাৰণে সেই চিত্ৰত খোলাকটিবোৰেই আজি হাজাৰ হাজাৰ বছৰৰ পাছতো আমাক তাম্ৰযুগৰ চিত্ৰ কলাৰ সম্ভেদ দিয়ে। ▶▶▶

*সহায় লৈ*

# টেলিগ্ৰামৰ বিদায় গাথা




✍ নিহাৰিকা গ
স্নাতক প্ৰথম ষাণ্মাষিক (বাণি


ভাৰতত শেষ টেলিগ্ৰামখন ১৪ জুলাই ২০১৩ চনত প্ৰেৰিত হয়। সেই দিনটোৰ পৰা ভাৰতত কোনো টেলিগ্ৰাম সেৱা নাই। ভাৰতত টেলিগ্ৰাম বাৰ্তা সম্প্ৰচাৰ কৰা বি এচ এন এলে ঘোষণা কৰিছিল যে ১৪ জুলাই ২০১৩ত দেশত টেলিগ্ৰাম সেৱা বন্ধ কৰা হ'ব।

এটা সময় আছিল 'টেলিগ্ৰাম' দিবলৈ অহা ডাকোৱালজনে ৰঙা চাইকেল লৈ আহে। ঠিক যেন এতিয়াৰ ৰঙা লাইট লগোৱা পাইলট কাৰ, খাকী পোচাক আৰু ৰঙা চাইকেল দেখিলে পথচাৰীয়ে পথ এৰি দিছিল।

**পৰিচয় ঃ**

'টেলিগ্ৰাম' যদিও বহুল প্ৰচলিত শব্দ আচলতে কাৰিকৰী শব্দটো হ'ল টেলিগ্ৰাফীহে। টেলিগ্ৰাফী পদ্ধতিৰে পঠোৱা বাৰ্তা এটাকে 'টেলিগ্ৰাম' নাম দিয়া হ'ল। টেলিগ্ৰাম শব্দটো মূলতঃ গ্ৰীক ভাষাৰ পৰা অহা। গ্ৰীচত 'টেলি'ৰ অৰ্থ হ'ল দুৰত্ব আৰু 'গ্ৰাফীয়ে'ৰ অৰ্থ হ'ল লিখা অৰ্থাৎ টেলিগ্ৰাফীৰ অৰ্থ হ'ল দুৰৰ পৰা লিখা বাৰ্তা, কোনো এক বাৰ্তা প্ৰেৰণ কৰিবলৈ হ'লে এটা সংকেত প্ৰেৰণ যন্ত্ৰত বুটাম টিপি ইংৰাজী বৰ্ণমালা অনুসৰি সংকেতটো প্ৰেৰণ কৰা হয়। গ্ৰাহক যন্ত্ৰই সেই সংকেতটো গ্ৰহণ কৰি এডাল সৰু কাগজৰ ফিটাত বাৰ্তাটো অনুৰূপ ধৰণে ছপা কৰি উলিয়াই এতিয়া সেই কাগজৰ টুকুৰাটো বাৰ্তাটো গ্ৰহণ কৰিব লগাজনক দি দিলেই তেওঁ সেই বাৰ্তাটো লাভ কৰিব মূলতঃ এই পদ্ধতিটোকে সকলোলোকৰ সুবিধা হোৱাকৈ প্ৰচলন কৰিবলৈ ডাক-বিভাগৰ সহায় লোৱা হয়। সাধাৰণতে ডাকঘৰসমূহতে সংকেত প্ৰেৰণ যন্ত্ৰটো থাকে আৰু বাৰ্তা

প্ৰেৰণ কৰিব বিচৰা ব্যক্তিজনে ডাকঘৰলৈ গৈ সেই বাৰ্তাটো জ
দিয়ে। আনহাতে গ্ৰাহক যন্ত্ৰ সাধাৰণতে মুখ্য ডাকঘৰ সমূহত থা
তেওঁলোকে বাৰ্তাটোৰ গ্ৰহণ কৰি বিশেষভাৱে ছপা কৰা এ
কাগজত আঠা দি লগাই দিয়ে আৰু ডাকোৱালৰ সহায়ত ঠিক
বিতৰণ কৰে পিছত অৱশ্যে ইলেকট্ৰনিক টেলিগ্ৰাম প্ৰচলন হোৱ
বাৰ্তা ছপা হোৱা সৰু কাগজৰ ফিটাডাল 'টেলিগ্ৰাম' খামটোত অ
লগোৱাৰ পৰিবৰ্তে পোনপটীয়াকৈ সম্পূৰ্ণ বাৰ্তাটো কাগজত 
হৈ ওলাইছিল।

**ইতিহাস ঃ**

আচলতে তাঁৰৰ মাধ্যমেৰে সংকেত প্ৰেৰণ প্ৰথা ইউৰো
১৭৯২ চনতে আৰম্ভ হৈছিল, তেতিয়া ইয়াক 'ছেমফৰ লাইন' ব
হৈছিল। ১৮৩০ চনত ব্ৰিটিছ উদ্ভাৱক উইলিয়াম কুক আৰু চা
লুইচজনে এটা যন্ত্ৰ সাজে যি সংকেত প্ৰেৰণ কৰিব পাৰে। ই
পিছত চাৰ্লছ্ থমাছ জেকছন নামৰ উদ্ভাৱকজনে সেই সংকেত তাঁ
মাধ্যমেৰে দূৰলৈ প্ৰেৰণ কৰাৰ সম্ভাৱনীয়তা আৱিষ্কাৰ ক
জেকছনৰ পৰামৰ্শ মতে নিউয়ৰ্ক চিটি বিশ্ববিদ্যালয়ৰ অধ্যা
ছেমুৱেল মৰচিয়ে এলফ্ৰেড ভেইলৰ সহযোগত ১৮৩২ চ
'ৰেকৰ্ডিং টেলিগ্ৰাফ নামৰ বিশ্বৰ প্ৰথম টেলিগ্ৰাম প্ৰেৰণ আৰু গ্ৰা
যন্ত্ৰটো উদ্ভাৱন কৰে ১৯৩৬ চনলৈকে তেওঁ বিভিন্ন স্থানক ই
প্ৰদৰ্শন কৰে। ১৯৩৭ চনত তেওঁ "ইউ এছ পেটেন্ট অফিচ"ত ই
পঞ্জীয়ন কৰে লিওনাৰ্ড গালে নামৰ আৰু এজন সহযোগীয়ে ১৯
চনত তেওঁ যন্ত্ৰটোৰ আৰু উন্নত ৰূপ দিয়ে ১৯৪৩ চনত আমেৰি
কংগ্ৰেছে মৰছিক ৱাশ্বিংটনৰ পৰা বাল্টিমুৰলৈ প্ৰদৰ্শনীমু

টেলিগ্ৰাফ লাইন স্থাপন কৰিবলৈ পুঁজি আগবঢ়ায়, কিন্তু তেওঁ মাটিৰ তলেদি কেবোল বহুৱাত অসফল হ'ল। ১৮৪৫ চনত মৰিচিয়ে এণ্ড্ৰিউ জেকছন আৰু এমছ কেনডাল নামৰ দুজন এজেণ্ট নিযোগ কৰে তেওঁলোকে কিছু বিনিয়োগ বাৰ্তা গোটাই মেগপেটিক টেলিগ্ৰাফ কোম্পানী নামৰ এটা প্ৰতিষ্ঠান আৰম্ভ কৰে এই কোম্পানীৰ মাধ্যমেৰে মৰিচিয়ে তেওঁৰ ফৰ্মূলা বিক্ৰী কৰিব ধৰিলে।

**টেলিগ্ৰামৰ ভাষা ঃ**

টেলিগ্ৰামত ৰোমান লিপি বা মূলত ইংৰাজী বৰ্ণ মালাৰ আখৰৰ মাধ্যমেৰে বাৰ্তা প্ৰেৰণ কৰা হৈছিল ১৮৪৪ চনৰ ২৪ মে'ত বিশ্বৰ প্ৰথমখন স্বীকৃতি টেলিগ্ৰাম বাৰ্তাটো উদ্ভাৱক ছেমুৱেল মৰিছিয়ে প্ৰেৰণ কৰিছিল বাইবেলৰ এটা পংক্তি "WHAT HATE GOD WROUGHT"ৰে পৰৱৰ্তী কালত অৱশ্যে জাৰ্মান, ফৰাচি, স্পেনিছ আদি ভাষাটো তেওঁলোলোকৰ বৰ্ণমালাৰ 'টেলিগ্ৰাম' প্ৰেৰণ কৰা হৈছিল। ১৮৯৬ চনত 'দা আডমৃছ কেবোল কডেস্ক' নামৰ এখন টেলিগ্ৰামৰ ভাষাৰ অভিধানেই উলিওৱা হৈছিল য'ত শব্দৰ দ্বাৰাই এটা বাক্য প্ৰকাশ কৰা হৈছিল। কিন্তু প্ৰক্ৰিয়া বৰ জনপ্ৰিয় নহ'ল।

**সামৰণি ঃ-**

প্ৰযুক্তিৰ পৰিৱৰ্তন সদায়েই ঘটি আছে নতুন প্ৰযুক্তিৰ উদ্ভাৱনৰ লগে লগে পুৰণি সামগ্ৰী অপ্ৰয়োজনীয় হৈ পৰে। তথাপিও ভাৰতত ১৬২ বছৰে আৰু বিশ্বত প্ৰায় ১৮০ বছৰ টেলিগ্ৰামে যি ভূমিকা গ্ৰহণ কৰিলে সেয়া চিৰকালৰ কাৰণে স্মৰণীয় হৈ ৰ'ব।

*দেওবৰীয়া সম্ভাৰৰ সহায় লৈ।*

# আচৰিত কিন্তু সঁচা

*সংগ্ৰাহক ঃ- শ্ৰীমতী পিংকি গগৈ*
*স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)*

☆ মানৱ দেহৰ সকলোবোৰ তেজৰ সিৰা যদি ইদালৰ পিচত সিডাল জোৰা লগোৱা হয়, তেতিয়া ইয়াৰ দৈৰ্ঘ্য হ'ব ১,৬০,০০০ কিলোমিটাৰ অৰ্থাৎ ই ইমান দীঘল হ'ব যে বিষুৱ ৰেখাৰ চাৰিওফালে চাৰি পাক দিব পৰা হ'ব।

☆ বিশ্বব্ৰহ্মাণ্ডত প্ৰায় এহাজাৰ নিযুত তাৰকা ৰাজ্য আছে বুলি বিজ্ঞানীসকলে ঠাৱৰ কৰিছে। আমাৰ সৌৰজগতখনত থকা হাতীপটি নামৰ তাৰকা ৰাজ্যতেই ১২৫ নিযুত হাজাৰ তৰা আছে। কেৱল হাতীপটিত থকা তৰাবোৰৰ নামেৰে এখন তালিকাৰ, প্ৰতি ছেকেণ্ডত এটাকৈ নাম যদি পঢ়ি যোৱা হয়, তেনে হ'লে এবাৰো নোৰোৱাকৈ পঢ়ি গ'লেও গোটেইবোৰ নাম পঢ়িবলৈ সময় লাগিব ৪০০০ বছৰ।

☆ মানুহৰ মগজুটো ইমান জটিল যে পৃথিৱীৰ সকলো যন্ত্ৰপাতি একেলগে লগলগাই থলেও সিমান জটিল নহ'ব।

☆ এটা মৌ মাখিয়ে আধা কিলোগ্ৰাম মৌ-ৰস গোটাবলৈ প্ৰায় দুই নিযুত পাহ ফুলৰ মৌ আনিব লাগে। একোটা কৰ্মী মৌ মাখিয়ে তাৰ জীৱন কালত মৌ সংগ্ৰহ কৰিবৰ কাৰণেই তিনি লাখ মাইলমান ভ্ৰমন কৰিব লগা হয়।

☆ জন্মৰ সময়ত মানৱ-শিশুৰ দেহত ৩৫০ ডাল ভিন্ন ভিন্ন হাড় থাকে। কিন্তু প্ৰাপ্তবয়স্ক মানুহ এজনৰ দেহত থাকে মাথোন ২০৬ ডাল হাড়। সদ্যজাত মানৱ শিশুৰ বাকীবোৰ হাড় নোহোৱা হয়নে? নহয়, লগ লাগি যোৱাৰ ফলতহে সংখ্যা কমি যায়।

# বিভ্ৰান্তি



***We don't know where we are going, but we are going......***


• *পংকজজ্যোতি হাজৰী*

*সহকাৰী অধ্যাপক, অৰ্থনীতি বি*


ৰাহুল,

সৌ সিদিনা তোমাৰ সহধৰ্মীনী নিশা বৰদলৈক পাণ বজাৰৰ 'বুক ডিপো'ৰ সন্মুখত হঠাৎ লগ পালো। মৰম লগা সেই দীঘল চুলি তাৰি আৰু মুখৰ হাঁহিটোৰ স'তে নিশা আগৰ নিশাজনী হৈয়ে আছে। নিশাৰ পৰা তোমাৰ সকলো খবৰ জানিলো। ভাল লাগিছে তোমালোকৰ সংসাৰ, কেৰিয়াৰ আৰু সন্তানৰ সাফল্যৰ সু-খবৰ শুনি।

ৰাহুল, নিশাক লগ পোৱাৰ পাছৰ পৰাই আকৌ মনটো উভটি গ'ল সেই উজ্জীৱিত প্ৰাণোচঞ্চল ইউনিভাৰছিটিৰ উত্তাল দিনবোৰলৈ। ক'ত ধেমালি স্ফূতি...। পুৱাৰ ৮ বজাৰ পৰা নিশা ১২ বজালৈ এই ক্লাছ, অপেন কেণ্টিনৰ পাউ ভাজি, বেফেক্টৰীৰ আড্ডা আৰু লাইব্ৰেৰী 1st floor ৰ চিনাকী টিট কেইটা...। ৰাতুল, দীপ, সিমান্তৰ স'তে প্ৰতি সপ্তাহৰ বুধবাৰে Post office লৈ গৈ অতি আগ্ৰহেৰে চিঠিখন বিচাৰি Post Man ক হাহাকাৰ কৰা সীমাহীন আনন্দৰে ভৰা দিনবোৰলৈ আজি বৰ মনত পৰিছে। তোমাৰ লগত হঠাৎ হোৱা যুক্তি তৰ্কবোৰ, অসমৰ বিভিন্ন সমস্যাসমূহৰ ওপৰত সততে হোৱা আলোচনাসমূহ, বিজ্ঞ দাৰ্শনিকৰ দৰে মানৱতা, ভ্ৰষ্টাচাৰ, নাৰী স্বাধীনতা আৰু বিভিন্ন বিষয়ত তুমি দিয়া লেকচাৰসমূহে কেতিয়াবা আমাক বৰ বিৰক্তি দিছিল। যেতিয়া আমি মহাৰাষ্ট্ৰৰ উদ্যোগ, শিক্ষা, কৃষি আৰু আন্তঃগাঠনিকে ধৰি অন্যান্য বিষয়সমূহৰ ওপৰত আলোচনা কৰিছিলো ঠিক তেতিয়া তুমি অসম চৰকাৰ, বুদ্ধিজীৱি আৰু সামাজিক সংগঠনসমূহক কিমান যে গালি পাৰিছিলা...? তেতিয়া তুমি খুউব প্ৰতিবাদী আৰু সংবেদনশীল আছিলা। মাজে মাজে তোমাৰ কিছুমান লেখা অসমৰ দুই এখন বাতৰি কাকততো প্ৰকাশ পাইছিল। আমাৰ লগৰ যে বৰমাৰ নিতুলৰ পৰিয়ালৰ কেউজন সদস্যাকে গুপ্ত ঘাটকে
ঘৰতে নৃশংসভাৱে হত্যা কৰিছিল। নিতুলক Air Port ত Sec
কৰিবলৈ যাওঁতে তুমি যে কিমান প্ৰতিবাদ কৰিছিলা মনত আছে
আমি সকলো সেই সময়ত আৱেগিক হৈ পৰিছিলো। আমি
সময়ত অসমৰ প্ৰফুল্ল মহন্ত চৰকাৰক তীব্ৰ ভংসনা কৰিছিলো। অ
বিষয়ে অন্য ৰাজ্যৰ আমাৰ লগৰবোৰক ক'বলৈ লাজ লাগিছিল। অ
মাজত সেই সময়ত তোমাৰ প্ৰতিবাদী সত্তাৰ ওপৰত আলে
হৈছিল। আমি ভাবিছিলো ভৱিষ্যতে তুমি অসমৰ বিভিন্ন সম
ওপৰত মাত মাতিবা...।

বন্ধু, বহু দিনৰ পৰা মনৰ মাজত গোজৰি-গোমৰি
খাই থকা কথা ক'বলৈ মন গৈছে। কাক কম, কোনে শুনিব...? ভা
তোমালৈকে লিখি পঠাওঁ। আকৌ ভাবিছো ইউনিভাৰছিটিত আলে
হোৱা কথাবোৰকে পুনৰাবৃত্তি কৰিছো নেকি? নহয় লিখিবই লাগি
ৰাহুলে শুনিবই লাগিব...। তুমি এতিয়া অসমৰ সমাজ জীৱনৰ
প্ৰতিষ্ঠিত ব্যক্তি। তুমি এইবোৰ কথাৰ সমাধানৰ মূল উলিয়াব ল
বৰ্তমান সমাজলৈ এটা ভাল বাৰ্তা প্ৰেৰণ কৰিব লাগিব...। খুউ
উঠিছে সাম্প্ৰতিক অসমৰ পৰিস্থিতিক লৈ। চাৰিওফালে উশৃ
অশান্তি আৰু অনগ্ৰসৰ...। দিনে দিনে মানৱতাৰ স্খলন, নাৰী নি
উৎপীড়ন...। কোনোৱে আকৌ হতাশাত আত্মহত্যা কৰিছে
উশৃংখলতা, অভিভাৱক সকলৰ সন্তানৰ প্ৰতি চূড়ান্ত দায়িত্বহীন
সন্ত্ৰাসবাদ, সাম্প্ৰদায়িক সংঘৰ্ষ, স্বায়ত্বশাসন, পৃথক ৰাজ্য
চিণ্ডিকেট ৰাজ, মূল্যবৃদ্ধি, গঁড় হত্যা, NHPC ৰ Mega Pr
আৰু ক'ত কি? এইবোৰক লৈয়ে অসমৰ বৰ্তমান ৰাজ
আন্দোলন, বন্ধ, ৰাজপথ অৱৰোধ ৰাজ্যখনৰ সংস্কৃতি হৈ প
পৃথক ৰাজ্য, স্বায়ত্তশাসনৰ দাবী উত্থাপন কৰি কিছুমান জনগো
ৰাজ্যখনক অগ্নিগৰ্ভা কৰি তুলিছে। ৰাজ্যখনক ভাগ ভাগ ক

গৈ কিছুমান স্বাৰ্থলোভী ৰাজনৈতিক দালালে ন্যস্তস্বাৰ্থ পূৰণ কৰিবলৈ অহৰহ প্ৰচেষ্টা চলাইছে। আন্দোলনৰ নামত সৰ্বসাধাৰণক জড়িত কৰি সৰ্বশ্ৰান্ত কৰিছে। ছাত্ৰ-ছাত্ৰীৰ বহুমূলীয়া শৈক্ষিক সূচী নষ্ট কৰি ভৱিষ্যৎ জীৱন অন্ধকাৰ কৰি তুলিছে। মুঠতে আন্দোলন আৰু আন্দোলন...। বন্ধ হ'ব লাগে, ৰাজপথ অৱৰোধ হ'ব লাগে, দৈনন্দিন হাজিৰা কৰি দুবেলা দুমুঠি খায় থকা মানুহখিনি ভোকত থাকিব লাগে, চৰকাৰী কৰ্মচাৰীসকলে বন্ধ উপভোগ কৰিব লাগে, দুখীয়া কৃষকসকলে বহু কষ্টৰে উৎপাদন কৰা শস্যৰ সামগ্ৰীসমূহ বিক্ৰী কৰিব নোৱাৰি গেলি-পচি নষ্ট হ'বলৈ দিব লাগে....। এইবোৰ হ'লেহে বন্ধ দিয়া সংগঠন সমূহৰ আচল উদ্দেশ্য সিদ্ধি হয় নেকি?

বিশ্ববিখ্যাত এশিঙীয়া অসমৰ গৌৰৱ গঁড় কেইটা নিৰাপত্তা দিব নোৱাৰা দুৰ্বল চৰকাৰখন, পিচল মানুহ, ডাইনিক বিশ্বাস কৰা বৰ্তমানৰ অবুজ মানুহবোৰৰ নিকৃষ্ট মানসিকতা, ২০ টকাত এসাঁজ ভাত ৫ জনীয়া এটা পৰিয়ালে খাব পাৰি বুলি অপব্যাখ্যা কৰা মিথ্যাচাৰী কৃষি মন্ত্ৰীজনৰ অৰ্থহীন বাৰ্তালাপ, মুখ্যমন্ত্ৰীৰ উন্নয়নৰ সূচক জাবৰৰ দ'ম আৰু উন্নয়নৰ তালিকাত অসমৰ নাম শেষৰ ফালে থকাত মাননীয় মুখ্যমন্ত্ৰীজনে কেন্দ্ৰৰ পৰা অধিক পুঁজি পোৱা যাব বুলি কোৱা তৰল আৰু দুৰ্ভাগ্যজনক ঘোষণা.... এনেবোৰ এশ এবুৰি সমস্যাৰ মাজত আশাৰ অসম কিমান দূৰ...।

বন্ধু, বিগত ৬৬ বছৰ (স্বাধীনোত্তৰ) সময়ছোৱাত অসমত শাসন চলোৱা চৰকাৰবোৰে অৰ্থনৈতিক উন্নয়নৰ বাবে কোনো চকুত পৰা বিধৰ কাৰ্যপন্থা লোৱা দেখা নগ'ল। অৰ্থনৈতিক উন্নয়নৰ বাবে চৰকাৰৰ নেতাবোৰে দেশী-বিদেশী বিনিয়োগৰ পাছে পাছে ঘূৰি বহু টকা খৰছ কৰিলে। কিন্তু বিনিয়োগ বিনিয়োগ হৈয়ে ৰ'ল। কোনো উদ্যোগিক পৰিৱেশ আৰু আন্তঃগাঁথনি উন্নয়ন নহ'ল। বৰঞ্চ অসমৰ ৰাজকোষৰ পৰা বহু ধনৰ অপব্যৱহাৰ হ'ল। অসম কৃষি প্ৰধান ৰাজ্য। এই ৰাজ্যৰ অৰ্থনৈতিক মূল ভেটি হ'ল কৃষি। অসমৰ গ্ৰাম্য অঞ্চলত বাস কৰা ৮৬% লোকেই কৃষি কৰ্ম কৰি জীৱিকা নিৰ্বাহ কৰি আছে। তাৰ উপৰি অসমৰ বিশেষকৈ যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড় আৰু তিনিচুকীয়া এই জিলাসমূহত প্ৰচুৰ পৰিমাণে চাহ উৎপাদন হয়। বহু খেতিয়কে এতিয়া চাহ খেতিত যথেষ্ট বিনিয়োগ কৰিছে। বহু শিক্ষিত যুৱকে এতিয়া নিজকে নিয়োজিত কৰি স্বাৱলম্বী হৈছে। তেনেস্থলত অসমৰ চৰকাৰখনে কৃষিৰ উন্নয়নৰ হকে কোনো সুস্থ, নীতি সমৃদ্ধ বিজ্ঞান সন্মত পদ্ধতি গ্ৰহণেৰে অৰ্থনৈতিক বুনিয়াদ গঢ়িবলৈ সক্ষম নহ'ল। ক্ষুদ্ৰ চাহ খেতিয়ক সকলে উচিত মূল্য নাপাই ৰাজপথত নামিবলৈ বাধ্য হৈছে। বৰপেটা ৰ'ডত বহু খেতিয়কে উৎপাদিত কৃষি সামগ্ৰীসমূহ উচিত মূল্যৰ অভাৱত ৰাজপথত পেলাই দিব লগা হ'ল। ধানৰ উচিত দাম কৃষকসকলে নোপোৱা হ'ল...। ইফালে বছৰি হোৱা বানপানী আৰু গৰাখহনীয়াই কৃষকসকলক কন্দুৱাইছে। তেনেস্থলত মাজুলী, লখিমপুৰ, ধেমাজীৰ নিচিনা ঠাই বিলাকৰ পৰা কিয় বাৰু অসমৰ যুৱক সকলে অন্ধ্ৰপ্ৰদেশ, মহাৰাষ্ট্ৰ, কেৰেলা, বাংগালোৰ আদি ঠাইলৈ ঢাপলি মেলিব...? আচলতে, এই সমস্যাবোৰ সমাধান কৰিবলৈ চৰকাৰৰ দক্ষ নেতাৰ অভাৱ। চৰকাৰৰ কোনো গঠনমূলক পৰিকল্পনা নাই আৰু চৰকাৰৰ আমোলাসকলৰ ৰঙা ফিটাৰ মেৰপাক তথা ঘোচখোৰ স্বভাৱ...। পৰিতাপৰ কথা এয়ে যে অসমত এতিয়ালৈকে কোনো এটা অৰ্থনৈতিক আন্দোলনৰ ভূমিস্থ হোৱা নাই। অৰ্থনৈতিক আন্দোলন গঢ়ি তুলিব পৰা যোগ্য-দক্ষ সংগঠকৰ অভাৱ। ৰাজনৈতিক তথা দায়িত্বশীল জাতীয়তাবাদী অ-ৰাজনৈতিক বুলি দাবী কৰা সংগঠনসমূহে অৰ্থনৈতিক বুনিয়াদ গঢ়ি তুলিব পৰা কোনো প্ৰাৰম্ভিক কাৰ্যব্যৱস্থা ল'ব পৰা নাই। এতিয়া প্ৰশ্ন হয় অসমত অৰ্থনৈতিক বুনিয়াদ গঢ়ি তোলাৰ পৰিৱেশ কোনে ৰচনা কৰিব...? মই ভাবো অৰ্থনৈতিক বুনিয়াদ গঢ়াৰ প্ৰাথমিক পৰ্যায়টোৱেই হৈছে কৰ্ম সংস্কৃতি। যিখন ৰাজ্যত বছৰ বছৰ আন্দোলন কৰি কৰ্ম সংস্কৃতিৰ সামান্যতম কাঠামো ভাঙি-চিঙি চুৰমাৰ কৰি দিয়া হ'ল, সেইখন ৰাজ্যত অৰ্থনৈতিক ভেটি স্থাপন কৰিবলৈ বহু চেষ্টা কৰিব লাগিব। মানসিকভাৱে সকলো প্ৰস্তুত হ'ব লাগিব কৰ্ম সংস্কৃতিবান হ'বলৈ। সুস্থ সিদ্ধান্ত গ্ৰহণ আৰু পৰিকল্পনাৰে উৎপাদনশীল তথা সৃষ্টিশীল কামত অগ্ৰসৰ হ'ব লাগিব। অৰ্থনৈতিক বুনিয়াদ গঢ়ি তোলাৰ ক্ষেত্ৰত অসমৰ উচ্চ শিক্ষা আৰু গৱেষণামূলক অনুষ্ঠান-প্ৰতিষ্ঠান সমূহৰ যথেষ্ট কৰণীয় আছে যিবোৰ কেতিয়াবাই বিজ্ঞান সন্মত গৱেষণামূলক অধ্যয়নৰ যোগেদি কেৰুণসমূহ উদ্‌ঘাটন কৰি সমাধানৰ সূত্ৰ উলিয়াব লাগিছিল। প্ৰতিটো কথাতে আমি চৰকাৰক দোষ জাপি দি আমাৰ কৰণীয়খিনিৰ পৰা আঁতৰি অহাটো আমাৰ সহজাত প্ৰবৃত্তি। মানি লৈছো চৰকাৰৰ বহু কৰণীয় আছে। তথাপিটো আমাৰ কৰণীয়খিনি আমি নিজে কৰি গ'লে নিজস্বভাৱে হয়তু বহু আগবাঢ়ি যাব পাৰিলোহেতেন...।









বন্ধু, যোৱা ২ জানুৱাৰীত অৰবিন্দ কেজৰিৱালে তেওঁৰ ভাষণত

কৈছিল অৰ্থনৈতিক উন্নয়নৰ প্ৰাৰম্ভিক স্তৰটোৱে হৈছে শৈক্ষিক উন্নয়ন। শিক্ষাৰ উদ্ভাৱনীসমূলক নতুনত্ব কৌশলৰ জৰিয়তেহে অৰ্থনৈতিক ভেটি সু-দৃঢ় কৰি তুলিব পাৰি। তেতিয়াহে দেশৰ বিকাশ হ'ব। কিন্তু আমাৰ অসম চৰকাৰে শিক্ষাৰ নতুনত্ব তথা উদ্ভাৱনীমূলক কৌশলৰ বাবে কি পৰিকল্পনা তথা আঁচনি গ্ৰহণ কৰিছে...? শুনি আচৰিত হ'বা মহাবিদ্যালয়সমূহৰ ছাত্ৰ-ছাত্ৰীৰ মাচুলৰ পৰাও ২৫% টকা চৰকাৰে কলেজ সমূহৰ পৰা নিবলৈ ইখনৰ পাছত সিখনকৈ চৰকাৰী পত্ৰ অধ্যক্ষ সমূহলৈ প্ৰেৰণ কৰিছে। যিখিনি সময়ত উন্নত ৰাষ্ট্ৰসমূহে উচ্চ শিক্ষাত অধিক পুঁজি বিনিয়োগ কৰিছে সেই সময়ত আমাৰ দেশৰ চৰকাৰে ছাত্ৰ-ছাত্ৰীৰ মাচুলৰ পৰা ধন কাঢ়ি নিয়াৰ কাৰ্য কিমান সমিচীন তথা লজ্জাজনক তাক বাহুল্য কৰাৰ প্ৰয়োজন আৰু নাই নিশ্চিয়। বিশ্বায়নৰ এই মুক্ত বজাৰ ব্যৱস্থাত শিক্ষা এতিয়া ক্ৰেতাৰ বজাৰলৈ ৰূপান্তৰিত হ'ল, যাৰ বাবে উচ্চ শিক্ষা ল'বলৈ ছাত্ৰ-ছাত্ৰীসকলে অধিক হাৰত মাচুল আদায় দিব লগা হৈছে। বৰ্তমান এতিয়া মধ্যবিত্ত পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীসকলেহে উচ্চ শিক্ষা ল'বলৈ সক্ষম হ'ব। কাৰণ বিত্তশালী পৰিয়ালৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবেহে চৰকাৰে আৰ্থিক ঋণৰ ব্যৱস্থা কৰিছে। চৰকাৰে কৌশলগত ভাৱে ৰাজহুৱা শৈক্ষিক প্ৰতিষ্ঠানৰ পৰা ৰাজ সাহায্য উঠাই নি ব্যক্তিগত পুঁজিপতি গোষ্ঠীৰ হাতত অৰ্পণ কৰি চৰকাৰৰ ব্যয় সংকোচন নীতিত অন্তভূক্ত কৰিছে। তাৰ বাবে আমাৰ এই দুখীয়া ছাত্ৰ-ছাত্ৰীসকলে কি কৰিব? পাৰিবনে ইমান উচ্চ মাচুল আদায় কৰি শিক্ষা গ্ৰহণ কৰিব...? ক'ত গ'ল ভাৰত ৰাষ্ট্ৰৰ জনকল্যাণকামী ধাৰণা?

বন্ধু, আৰু এটা কথাই কেইবা বছৰৰ পৰাই মনত দোলা দি আছে। আমাৰ যে মেট্ৰিক, হায়াৰ চেকেণ্ডাৰি সুখ্যাতিৰে উত্তীৰ্ণ হোৱা ছাত্ৰ-ছাত্ৰীসকলক বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানে ডাঙৰ ডাঙৰ সভা পাতি বিপুল ভাৱে সম্বৰ্দ্ধনা জনায়। তাৰ বাবে ৰাইজৰ বহু কষ্ট, খৰছ আৰু সময় নষ্ট হয়। এই সকল ছাত্ৰ-ছাত্ৰীৰ পৰা বিগত সময়ছোৱাত আমাৰ জাতিটোৱে কিবা সেৱা লাভ কৰিছেনে? সেই সকল ছাত্ৰ-ছাত্ৰীৰ কিমান সংখ্যকে অসম মাতৃৰ বাবে সেৱা আগবঢ়ায়। কিন্তু দুখৰ বিষয় সেইসকলৰ বেছি সংখ্যকে নিজ কেৰিয়াৰ আৰু ব্যক্তিগত লাহ-বিলাহত মত্ত হৈ এই সকলোবোৰ পাহৰি যায়। কিন্তু আমি যিসকল ছাত্ৰ-ছাত্ৰীক অৱহেলা কৰোঁ, সমাজৰ বোজা বুলি ভাবোঁ, সেইসকল ছাত্ৰ-ছাত্ৰীয়েহে সমাজৰ গঠনমূলক কামসমূহৰ লগত জড়িত থাকে। সেইসকল ছাত্ৰ-ছাত্ৰীয়েহে ৰাইজৰ দান বৰঙণি গোটাই সৰু-সুৰা লাইব্ৰেৰী, মইনা পাৰিজাত, মইনা মেল, যুৱক সংঘৰ দৰে অনুষ্ঠান পাতি শিশু আৰু ছাত্ৰ-ছাত্ৰীসকলৰ শৈক্ষিক উত্তৰণৰ পথ সুগম কৰে। গতিকে জনগণে কিম্বা সামাজিক অনুষ্ঠানসমূহে এনেবোৰ অনুষ্ঠান পতাৰ কিবা যুক্তি আছেনে?

বন্ধু, আজি-কালি ছাত্ৰ-ছাত্ৰীয়ে আত্মহত্যাৰ দৰে নিকৃষ্ট তথা ঘৃণনীয় পথ বাছি লৈছে। কি কাৰণে এনে ঘৃণনীয় পন্থা বাচি ল'ব লগা হৈছে ভাবি চাইছানে? বৰ্তমান ছাত্ৰ-ছাত্ৰীসকলে উদ্দিগ্নতাত ভুগিছে। অভিভাৱক সকলে জুৰ-জুলুমকৈ জাপি অত্যাধিক বোজা ছাত্ৰ-ছাত্ৰীসকলে বহন কৰিব নোৱাৰা মানসিক ভাৱে ছাত্ৰ-ছাত্ৰীসকল ভাগি পৰিছে। অভিভাৱকে কৰি দিয়া লক্ষ্যত উপনীত হ'ব নোৱাৰাৰ বাবেই দিক-বিদিক হে আত্মহত্যাৰ দৰে জঘন্য অপৰাধজনিত কাম কৰিছে। এইবোৰ প্ৰকৃততে অভিভাৱকসকলেই দোষী নহয়নে? বৰ্তমান স সততে উত্থাপন হৈ থকা যুৱ উশৃংখলতা বিষয়টো আমি অভি সকলে যুৱক সকলৰ ফালে দোষ ঠেলি নিজে Comfort zo অৱস্থান কৰোঁ। কিন্তু আমিয়ো বুকুত হাত থৈ ক'ব পাৰিমনে কিমান শৃংখল? তথাপি প্ৰত্যেক অভিভাৱকেই যদি শৃংখলাব আমাৰ আদৰ্শৰে নৱপ্ৰজন্মক উদ্বুদ্ধ কৰিব পাৰো, তেতিয়া উশৃংখলতা বিষয়টো নিয়ন্ত্ৰণৰ গণ্ডীলৈ আহিব। তাৰোপৰি ছাত্ৰীসকলক মূল্যবোধ শিক্ষাৰে অনুপ্ৰাণিত কৰিব লাগিব। গা মতে, শাৰীৰিক আৰু মানসিক শিক্ষাৰ লগতে ছাত্ৰ-ছাত্ৰীস আধ্যাত্মিক শিক্ষা দিয়াটো অতিকৈ প্ৰয়োজন। কিন্তু আধ্যাত্মিক দিয়াটো ছাত্ৰ-ছাত্ৰীসকলক বৰ টান কাম। আধ্যাত্মিক শিক্ষা ছাত্ৰ-ছাত্ৰীসকলে অন্ততঃ নিজ নিজ ধৰ্মৰ মূল কথা জনা আত্মাৰ বিকাশ কৰাৰ অৰ্থ হৈছে চৰিত্ৰ গঠন কৰা, ঈশ্বৰ জা কৰা আৰু নিজৰ আত্মাক উপলব্ধি কৰা। এই ক্ষেত্ৰত অভি সকলে নিজ সন্তানক মূল্যবোধ শিক্ষাৰ মানসিকতা গঢ় দিবলৈ কৰা আৰু শিক্ষক সকলেও শিক্ষানুষ্ঠানত থকা সময়খিনিত মূ শিক্ষাৰ ওপৰত সজাগতা সৃষ্টি কৰি নৈতিকতা গঠন কৰাত কৰা উচিত। নহ'লে আমাৰ কিছু লোকে টিভি চেনেলত ৰ ফুলাই ফুলাই যুক্তিৰে যুৱ-উশৃংখলতা ৰোধ কৰা পৰামৰ্শ দি একো লাভ নাই।

বন্ধু, বহু কথাই লিখি পেলালো। যিবোৰ নেতিবাচ তোমালৈ লিখিলো এইবোৰৰ কেনেকৈ ইতিবাচক কৰিব পা কাৰণে আমি সকলোৱে একত্ৰিত হ'ব লাগিব। বহু ঋণাত্মকৰ এতিয়াও অসমত বহু সংখ্যক ধনাত্মক কাৰ্য চলি আছে। বহু সন্তানে বিশ্বত বিভিন্ন ক্ষেত্ৰত উজলি উঠিছে। আমাৰ ব সম্পদ আছে যিবোৰ দিনে দিনে Drain out হৈ আছে। মানৱ সম্পদসমূহৰ বজাৰ আমাৰ ৰাজ্যতে পৰ্যাপ্ত হয় হয়তু আমাৰ ৰাজ্যই বিশ্বত বিশেষ স্থান লাভ কৰিবলৈ সক্ষ আমাৰ ৰাজ্যখনত সকলো প্ৰকাৰৰ পৰ্যাপ্ত সম্পদ আছে অভাৱ হৈছে এইবোৰৰ উচিত ব্যৱহাৰ। চৰকাৰে উচিত পদ পৰিকল্পিত ভাৱে আগবাঢ়ি আহিলে হয়তু বহুখিনি সমস্যাৰ স পথ ওলাব। মাথো লাগিব চৰকাৰৰ সদ ইচ্ছা আৰু আমাৰ উন্নত মানসিকতা। হয় আমি ইমানবোৰ সমস্যাৰ বাবে বি পৰিছো। তথাপিটো We must go on a way.....



# মহাপুৰুষ শংকৰদেৱৰ কীৰ্তন ঘোষা'ৰ এটি চমু আলোচনা

● পল্লৱী বৰুৱা
স্নাতক প্ৰথম ষান্মাষিক (কলা বিভাগ)

অসমীয়া জাতিৰ জনক, বৈষ্ণৱধৰ্মৰ প্ৰৱৰ্তক মহাপুৰুষ ংকৰদেৱৰ হাততেই বৈষ্ণৱ সাহিত্যৰ বৃক্ষ জুপি নানা শাখা-াখাৰে পূৰ্ণ বিকশিত হৈ উঠে। মহাপুৰুষজনাই তেখেতৰ াধাৰণ যাদু পৰশেৰে অসমীয়া সাহিত্যৰ এক পূৰ্ণাঙ্গ ৰূপ দিয়ে। ওঁ অকল অসমৰ বৈষ্ণৱ ধৰ্মৰ গুৰুৱেই নহয়, অসমীয়া জাতিৰ ন্বয় আৰু সংহতিৰো গুৰু। তেওঁৰ ধৰ্মত কোনো জাতি ভেদ ই, উচ্চ বৰ্ণ, নিম্ন বৰ্ণ নাই, ধনী দুখীয়া নাই, আপোন পৰ নাই। কল ধৰ্ম গুৰুৱেই নহয়, সমাজ নিৰ্মাতা হিচাপেও চিৰকাল অসমীয়া াতিয়ে তেওঁক স্মৰণ কৰি থাকিব। অসমীয়া ভাষা, সাহিত্য, ংস্কৃতি, সঙ্গীত, নৃত্য, গীত আদি সকলো দিশতে তেওঁৰ অৱদান ুলনীয়।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ধৰ্ম প্ৰচাৰৰ অৰ্থে বিভিন্ন ময়ত বিভিন্ন ঠাই পৰিভ্ৰমণ কৰিছিল। এইদৰে ঘূৰি ফুৰোতে 'কীৰ্তন ােষা'ৰ বিভিন্ন অধ্যায় সমূহ বিভিন্ন ঠাইত ৰচনা কৰিছিল। কিন্তু ই সকলোবোৰ খণ্ড একেলগ কৰি এখন গ্ৰন্থ-ৰূপে সেই সময়ত লিত হোৱা নাছিল মহাপুৰুষজনাৰ মৃত্যুৰ পিছত মাধৱদেৱে তেওঁৰ াীনিয়েক ৰামচৰণ ঠাকুৰক 'কীৰ্তন ঘোষা'ৰ বিভিন্ন ঠাইত সিঁচৰিত পৰি থকা খণ্ডবোৰ সংগ্ৰহ কৰিবলৈ আজ্ঞা দিয়ে। তেখেতৰ জ্ঞা অনুসৰি ৰামচৰণ ঠাকুৰে উজনি আৰু নামনিৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি কীৰ্তনৰ খণ্ডসমূহ একত্ৰিত কৰি আনে। মাধৱদেৱে সেই খণ্ডসমূহ পৰীক্ষা কৰি কোনো আসোঁৱাহ নাপালে আৰু ৰামচৰণ ঠাকুৰে গোটাই অনা ক্ৰমত গ্ৰন্থখন একত্ৰিত কৰে। 'কীৰ্তন ঘোষা' পুঠিখন আৰম্ভ হৈছে চতুৰ্বিংশতি অৱতাৰ বৰ্ণনাৰ জৰিয়তে। চতুৰ্বিংশতি অৱতাৰৰ অৰ্থ হৈছে ভগৱান বিষ্ণুৰ চৌবিশ অৱতাৰ বৰ্ণনা। ইতিমধ্যে আমি ভগবান বিষ্ণুৱে দশ অৱতাৰ ধাৰণ কৰি পৃথিবীত আৰ্বিভাব হোৱাৰ কথা শুনিছো। এই দশ অৱতাৰ সমূহ হ'ল-মৎস্য, কূৰ্ম, নৰসিংহ, বামণ, পৰশুৰাম, হলীৰাম, বৰাহ, শ্ৰীৰাম, বুদ্ধ আৰু কল্কি। এই অৱতাৰ কেইটাৰ বাহিৰে বাকী অৱতাৰ বিলাক ভাগৱত আদি শাস্ত্ৰই দিব্য মানৱ ৰূপেই বৰ্ণনা কৰিছে। ইয়াত পৰা আমি বুজিব পাৰো যে মানৱ দিব্য বিভূতি সম্পন্ন সিদ্ধ পুৰুষকো অৱতাৰৰ শাৰীত স্থান দিয়া হৈছে।

'কীৰ্তন ঘোষাৰ' 'পাষণ্ড মৰ্দ্দন' অধ্যায়টো গুৰু জনাৰ জীৱনৰ এক উল্লেখযোগ্য ৰচনা। শংকৰদেৱৰ ধৰ্মক নিন্দা আৰু ঠাট্টা মস্কৰা কৰি ব্যঙ্গ কবিতা কিছুমান ৰচনা কৰা সমসাময়িক ভক্তি ধৰ্ম বিৰোধী 'পাষণ্ড' কিছুমানক প্ৰত্যুত্তৰ দিবলৈ এই খণ্ডটো ৰচনা কৰা হৈছিল বুলি কোৱা হয়। এই অধ্যায়টোত গুৰু জনাই হৰিৰ নাম কীৰ্তনতকৈ যে কোনো শ্ৰেষ্ঠ ধৰ্ম নাই তাক প্ৰতিপাদন কৰিছে।

'অজামিল উপাখ্যান' 'কীৰ্তন ঘোষাৰ' এটা উল্লেখযোগ্য অধ্যায়। এই অধ্যায়টো হৰি নামৰ মাহাত্ম্যৰ কথা পোৱা যায়। এসময়ত অজামিল নামৰ এজন ব্ৰাহ্মণ আছিল। তেওঁ এগৰাকী

বেয়া তিৰোতাৰ প্ৰতি আকৃষ্ট হৈ বিয়া কৰালে। কালক্ৰমত তেওঁলোকৰ দহজন পুত্ৰ জন্ম হ'ল। অতি মৰমেৰে কণিষ্ঠ পুত্ৰ নাম নাৰায়ণ থলে। পুত্ৰ ভাৰ্যাক পোহপাল দিবৰ বাবে ব্ৰাহ্মণ অজামিলে নিজৰ জাত কুল পাহৰি, ধৰ্মাধৰ্ম ত্যাগ কৰি মহাপাপত লিপ্ত হৈ পৰে। অনেক অধৰ্ম কৰাৰ ফলস্বৰূপে তেওঁৰ আয়ুস শেষ হ'ল। তেওঁক নিবলৈ তিনিজন যমদূত আহি উপস্থিত হ'ল ভয়তে অজামিলে তেওঁক ৰক্ষা কৰিবলৈ কণিষ্ঠ পুত্ৰ নাৰায়ণক মাতিলে। কিন্তু নাৰায়ণৰ নাম আৰু ভগৱানৰ নাম একে হোৱাৰ বাবে তেওঁক নিবলৈ দুজন বিষ্ণুদূতও আহি উপস্থিত হ'ল। নাৰায়ণৰ নাম উচ্চাৰণেই তেওঁৰ সকলো পাপ ধুই নাইকিয়া কৰিলে আৰু বৈকুণ্ঠধামত স্থান পালে। ইয়াৰ পৰা আমি বুজিলো যে নানা ধৰণৰ তপ, জপ, কঠোৰ তপস্যা, যজ্ঞ, দান, তীৰ্থস্থান ভ্ৰমণ আদিতকৈও ভগবানৰ নাম উচ্চাৰণেই হে মানুহক মুক্তি দিব পাৰে।

গজেন্দ্ৰপাখ্যানত শৰণ মাহাত্ম্যৰ কথা পোৱা যায়। এই শৰণ হৈছে একাগ্ৰচিত্তে ভগবানৰ চৰণত নিজকে অৰ্পণ। ইয়াৰ মূল কাহিনী ভাগ এনে ধৰণৰ ক্ষীৰ সাগৰৰ তীৰত 'ত্ৰিতোপন' নামৰ এখন অৰণ্য আছিল। এই অৰণ্যতে 'গজেন্দ্ৰ' নামৰ এটা মহাপৰাক্ৰমী হাতীয়ে তাৰ পৰিয়ালৰ সৈতে বসবাস কৰিছিল। এদিন অতপাত ৰ'দ আৰু গৰমৰ বাবে গজেন্দ্ৰৰ বৰ পিয়াহ লগাত সি পানী খাবলৈ সৰোবৰত নামিল। সৰোবৰৰ সুশীতল জলে গজেন্দ্ৰৰ দেহ মন শাঁত পেলালে। মনৰ আনন্দত হস্তিনী সকলৰ সৈতে জলক্ৰীড়া কৰি থাকোতে সৰোবৰত থকা গ্ৰাহে খঙেৰে খেদি আহি গজেন্দ্ৰক কামুৰি ধৰিলহি। গজেন্দ্ৰই সমস্ত শক্তিৰে গ্ৰাহৰ কবলৰ পৰা নিজকে মুক্ত কৰিবলৈ চেষ্টা চলাইছিল যদিও নোৱাৰিলে। এনেদৰে হাজাৰ বছৰ পাৰ হ'ল। লাহে লাহে গজেন্দ্ৰৰ শক্তি কমি আহিল। অজামিলৰ মৰিবৰ সময়ত পুত্ৰ নাৰায়ণলৈ মনত পৰাৰ দৰে গজেন্দ্ৰইও মৰ্মে মৰ্মে উপলব্ধি কৰিলে যে অনাথৰ নাথ হৰিয়েহে এই সময়ত তেওঁ ৰক্ষা কৰিব পাৰিব। সেয়েহে সৰোবৰৰ সুবৰ্ণ কমল এপাহ ভ... সহকাৰে ভগৱানক অৰ্পণ কৰি তেওঁতেই শৰণ ল'লে। ভক্তৰ কা... প্ৰাৰ্থনাত ভগবান সন্তুষ্ট হৈ নিজে আহি গ্ৰাহৰ কবলৰ পৰা গজেন্দ্ৰ ৰক্ষা কৰিলে।

কীৰ্তন-ঘোষাৰ সকলোতকৈ মনোৰম আৰু মনক আকৰ্ষণ কৰিব পৰা অধ্যায়টো হৈছে 'শিশু লীলা'। ইয়াত শ্ৰীকৃষ্ণ শৈশৱকালৰ কাৰ্য-কলাপ আৰু ৰং ধেমালিৰ বৰ্ণনা অতি নিপুণতা দিয়া হৈছে। শিশু সুলভ ৰং-ধেমালিৰ, মান-অভিমান, ঠেহ, ... এই আটাইবোৰ তেওঁৰ কাৰ্য্যাৱলীত এজন সাধাৰণ শিশু ... বিৰাজমান। আনফালে তেওঁ পৰম পুৰুষ ভগৱান, ঈশ্বৰ। সেয়ে ঐশ্বৰীক লীলা খেলা সমূহো বিভিন্ন কাৰ্যৰ যোগেদি ফুটি উঠি... বিশেষকৈ বিশ্বৰূপ দৰ্শন, দধি মথন, গোবৰ্দ্ধন ধাৰণ, কালীয় দ... আদি খণ্ড কেইটাত কৃষ্ণৰ ঐশ্বৰিকত্ব সুন্দৰ ভাৱে ফুটি উঠিছে।

ইয়াৰ উপৰি হৰমোহন, কংস বধ, জৰাসন্ধ বধ, শ্যাম... হৰণ, নাৰদৰ কৃষ্ণ দৰ্শন আদি অধ্যায়ত ভগবান শ্ৰী কৃষ্ণৰ বি... লীলা মালাৰ কথা পোৱা যায়। বিশিষ্ট পণ্ডিত আৰু সমালো... 'কীৰ্তন ঘোষাত' সাহিত্যৰ নৱৰসৰ আটাইকেইটা ৰসেৰে সমা... হোৱা বুলি অভিহিত কৰিছে। এই নৱৰস হ'ল- শৃংগাৰ, বীৰ, ... ৰৌদ্ৰ, করুণ, ভয়ানক, বীভৎস, অদ্ভুত আৰু শান্ত। এই নৱবিধ অন্তৰালত লুকাই আছে ভক্তিৰস। ভক্তিৰস হৈছে বৈষ্ণৱ যুগৰ সাহিত্যিক তথা সন্ত মহন্ত সকলৰ অন্তৰ নিগৰি ওলোৱা কৃষ্ণ...

মহাপুৰুষ জনাই এই পুথি ৰচনা কৰোতে বিষয় ব... ভাব অনুযায়ী পদ দুলৰী, ছবি, ঝুনা, ঝুমুৰী আদি ছন্দৰ প্ৰয়োগ কৰি... কীৰ্তন ঘোষাৰ ভাষা সাৱলীল। 'কীৰ্তন ঘোষা'ৰ বিষয় বস্তু ... ৰচনাৰীতিৰ অনুপম সৌন্দৰ্যৰ কথা বৰ্ণাই শেষ কৰিব নোৱাৰি।

*সহায়ক গ্ৰন্থ ঃ*

- *শ্ৰীমদ্ভাগৱত কথামৃত ঃ শ্ৰী প্ৰেমকান্ত মহন্ত*



# বিষ্ণুৰ ৰহস্য

● নয়নজ্যোতি শইকীয়া
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

শ্ৰীমদ্ভাগৱদ গীতাত ভগৱান শ্ৰীকৃষ্ণই তেওঁক প্ৰাপ্ত কৰাৰ ুটা মাৰ্গৰ কথা কৈছে- সাংখ্য যোগ আৰু কৰ্মযোগ। ইয়াৰ ভিতৰত-

১/ সমস্ত পদাৰ্থই মৰীচিকাৰ পানীৰ দৰে অথবা সপোনৰ ৃষ্টিৰ দৰে মায়াময় হোৱাৰ কাৰণে মায়াৰ কাৰ্যৰূপ সমস্ত গুণবিলাক ুণতেই আৱৰ্তিত হৈ থাকে, এনে ধৰণে বুজি মন, ইন্দ্ৰিয় আৰু াৰীৰৰ দ্বাৰা কৃত সমস্ত কৰ্মত কৰ্তৃত্বভাৱৰ অভিমান (অহং) ৰহিত হোৱা, তথা সৰ্ব্বব্যাপী সচ্চিদানন্দঘন পৰমাত্মাৰ স্বৰূপত একীভাৱেৰে িত্য-স্থিত হৈ একমাত্ৰ সচিচিদানন্দঘন বাসুদেৱ ভিন্ন অন্য একোতেই ীকাৰ নকৰা ভাব পোষণ কৰাই হ'ল সাংখ্যাযোগৰ সাধনা।

২/ সকলো বস্তুৱেই ভগৱানৰ বুলি ভাবি সফলতা আৰু িফলতাক সমজ্ঞান কৰি, আসক্তি আৰু ফলাকাংক্ষা ত্যাগ কৰি ভগৱৎ নিৰ্দেশানুযায়ী কেৱল ভগৱানৰ কাৰণে সমস্ত কৰ্ম আচৰণ কৰা তথা শ্ৰদ্ধা, ভক্তি সহকাৰে মন, বাক্য আৰু শৰীৰৰ দ্বাৰা সকলো প্ৰকাৰে ভগৱানৰ শৰণাগত হৈ নাম, গুণ, প্ৰভাবসহ নিত্য ধ্যান কৰা এয়া হ'ল কৰ্মযোগৰ সাধনা।

শ্ৰীমদ্ভাগৱদ গীতাৰ তৃতীয় অধ্যায়ত সৰ্মযোগ আৰু দ্বিতীয় অধ্যায়ত সাংখ্যযোগৰ ব্যাখ্যা বহল ভাবে আছে। আপোনালোক সকলোলৈয় এটি অনুৰোধ থাকিল। আপোনালোকে যদি গীতাৰ এই দুই অধ্যায় পঢ়ে বা ধৰ্মত মগ্ন থকা এজনকে যদি সোধে ইয়াৰ বিষয়ে তেতিয়া ইয়াৰ সাৰুৱা জ্ঞানখিনি পাই আপোনালোক সকলোৱে জীৱনটো যথেষ্ট উন্নতি পথত আগবাঢ়িব। এয়া মোৰ দৃঢ় বিশ্বাস।

আপোনালোকৰ কেনে লাগিব জাননে বাৰু আৰু কি বা আছে গীতাত। জানিব পৰাহ'লে। কি কৰো? কাকনো সুধিম,

সকলোৱেতো ফকিৰ বুলি হাঁহিব, সন্ন্যাসী বুলি কব। যিজনে যি কয়- ইয়াৰ ৰহস্যখিনি কিবা এটা কৰি জানিছে এৰিম। দয়াময়, গোপানন্দন হৰি।

শ্ৰীমদ্ভাগবদ গীতা বিশ্বৰ এখন সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ। এইখন স্বয়ং ভগবান শ্ৰীকৃষ্ণৰ শ্ৰীমুখনিঃসৃত ৰহস্যময় দিব্যবাণী। ভগৱানে মানুহৰ কল্যাণৰ কাৰণে অৰ্জনন নিমিত্ত মাত্ৰ কৰি এনে পৰম দিব্য উপদেশ প্ৰদান কৰিছে, যিয়ে সহস্ৰাধিক বছৰ ধৰি ধৰ্ম প্ৰাণ মানুহক অনুপ্ৰাণিত কৰি আহিছে গীতাৰ সংস্কৃত ভাষা ইমানেই সুন্দৰ আৰু সৰল যে অকণমান চেষ্টা কৰিলেই সাধাৰণ পাঠকে বুজিব পাৰিব। অথচ ইয়াৰ বিষয় বস্তু ইমানেই গভীৰ যে আজীৱন অধ্যয়ন কৰিলেও ইয়াৰ আদি-অন্ত পোৱা নাযায়। প্ৰতিদিনে নতুন নতুন ভাৱৰ উদয় হয়। গীতা সঠিক ভাবে বুজি, অধ্যয়ন কৰি অৰ্থ ভাৱসহ অন্তঃ কৰণত ধাৰণা কৰা উচিত। এই গীতা স্বয়ং পদ্মনাভ ভগৱান শ্ৰীকৃষ্ণৰ মুখাৰবিন্দঃ সৃত (গতিকে) অন্য শাস্ত্ৰ ব্যাখ্যাৰ প্ৰয়োজন ক'ত? কিন্তু ইয়াৰ মৰ্ম নুবুজি মাত্ৰ গীতাৰ নামহে শুনা সকলে কয় যে গীতা কেৱল সন্ন্যাসীবিলাকৰ কাৰণেহে।

গীতাত শ্ৰীকৃষ্ণয়ে কৈছে যে-

*তপাম্যহমহং ৰ্বৰ্ষং নিগৃহ্ণাম্যুৎ সৃজামি চ।*

*অমৃতং চৈৱ মৃত্যুচ সদসচ্চাহমৰ্জুন।।*

হে পাৰ্থ; ময়েই সূৰ্য ৰূপে উত্তাপ প্ৰদান কৰোঁ আৰু প্ৰাণী আকৰ্ষণ কৰি বৰষুণ দিও। হে অৰ্জুন। ময়েই অমৰত্ব আৰু মৃত্যু তথা সং-অসৎ ময়েই।

এতিয়া, আপোনালোকে ভাবি চাইচে নে, যে যেতিয়া খুব গৰম পৰে, প্ৰায়ভাগ মানুহে কয় যে পাগল হ'ল বতৰ। বৰষুণ দিলে বেছিকৈ শুনা যায় এইষাৰ কথা যে কিনো কৰিছে হয় বলিয়া বতৰটোৱে। বহুতো শিক্ষিত মানুহৰ মুখতো এই কথা শুনিবলৈ পোৱা যায়। এই কথাষাৰ পৰোক্ষ ভাবেতো প্ৰভুকে ক'লো। তেনেহ'লে প্ৰভুক পাগল কৈছো যেতিয়া আমি পাপী নহয়, মহাপাপী বুলি কোৱা যোগ্য। এয়াই নি উচ্চ শ্ৰেণীৰ মনুষ্যৰ কৰ্ম? প্ৰায় ভাগ ক্ষণতে আমি শ্ৰীহৰিক নিৰাশ কৰি বিপৰীত কৰ্ম কিছুমান কৰো।

হৰি ভক্ত অম্বৰীষ ৰজাই ৰাজ্য, ধন, ঐশ্বৰ্য্য বিভূতি সকলো তুচ্চ জ্ঞান কৰি 'ৰাতি দিনে তান মাত্ৰ ঈশ্বৰৰ নাম আৰু ঈশ্বৰতে মন''। ৰজাৰ এনে ঈশ্বৰ ভক্তিত তুচ্চ হৈ ৰাজ্যৰ সাৰ্বভৌমত্ব অটুত ৰাখিবৰ বাবে বিষ্ণুৱে চক্ৰক আদেশ কৰিলে। বিষ্ণুৰ চক্ৰৰ মহিমাৰ কথা নাজানি দুৰ্বাসাই ঈশ্বৰ-ভক্ত অম্বৰীষ ৰজাক কৃত্যানলে খেদি যাওতে বিষ্ণুৰ চক্ৰই কৃত্যানল ধ্বংস কৰি পিছে পিছে খেদি গ'ল প্ৰাণৰ ভয়ত দুৰ্বাসা পলাবলৈ ধৰিলে। ব্ৰহ্মালোক, কৈলাশ পায়ো দুৰ্বাসা ৰক্ষা নপৰিল। অৱশেষত বিষ্ণুৰ ওচৰতে শৰণাপন্ন হোৱাত বিষ্ণুৰ আদেশ অনুসৰি অম্বৰীষ ৰজাৰ ওচৰতে ক্ষমা বিচাৰিহে ৰক্ষা পৰিছে।

আদি সত্যযুগত সকলো মনুস্যৰে উপাস্যদেৱ আছিল বিষ্ণু। বিষ্ণুৰ গুণ নাম কীৰ্তন কৰি সকলোৱেই সংসাৰ তৰি বৈকুণ্ঠত স্থান পাইছিল। ব্ৰহ্মাই যিমানেই সৃষ্টি নকৰক লাগে সকলোৱেই বৈকুণ্ঠলৈ যোৱাত মৰ্ত্যত কোনোৱেই নাথাকে। কোনেও দেৱতাসকলক পূজা নকৰে। ব্ৰহ্মা আদি দেৱতাসকলে আলোচনা কৰি বিষ্ণুক আৰাধনা কৰাত তেওঁলোকৰ অভিপ্ৰায়ে বুজিব পাৰি বিষ্ণু আৱিৰ্ভাৱ হৈ সকলোকে ক'লে- "তোমালোকৰ যাৰ যেনে ইচ্ছা সেইমতেই উপ-গ্ৰন্থ ৰচনা কৰি মোৰ নাম লুপ্ত কৰাৰ ব্যৱস্থা কৰা। সেই মতেই সকলোৱেই কৰিলে। কিন্তু শিৱই বিষ্ণুৰ ওচৰত প্ৰাৰ্থনা জনাই ক'লে- প্ৰভু, আপোনাৰ আজ্ঞা পালন নকৰাটো মহা অপৰাধ যদিও আপোনাৰ নাম লুপ্ত কৰি অমোচন পাপত লিপ্ত হ'বলৈকো মই অপৰাগ। তেতিয়া বিষ্ণুৱে সহস্ৰ দান কৰি ক'লে যে, প্ৰতিদিনে একান্তমনে সহস্ৰ নাম জপ কৰি সেই অপৰাধ হাত সাৰিব পাৰিব। আৰু বিষ্ণুয়ে হাঁহি হাঁহি ক'লে-

*"আপোনাতো কৰি শ্ৰেষ্ঠ দেখিবা তোমাক।*

*মোৰ নাম লৈয়া বশ্য কৰিবা আমাক।।*

*এইবুলি কৃপাময় প্ৰভু ভগৱন্ত।*

*দিব্য সহস্ৰেক নাম শিৱক দিলন্ত।।*

*নিজ ভক্তিপথ নাম মহেশত থৈলা।*

*তাহাঙ্ক আশ্বাস কৰি বৈকুণ্ঠক গৈলা।।*

*কৃষ্ণৰ ভকতি লুপ্ত সমুলি নভৈল।*

*সৰ্বোত্তম ধৰ্ম নাম মহেশত ৰৈল।।"*

*(নাম মালিকা)*

যাৰ আকৃতি অনন্ত শান্ত, যি শেষনাগৰ শয্যাত শয়ন কৰি আছে, যাৰ নাভিত পদ্ম, যি দেৱতাৰো ঈশ্বৰ, যি আকাশৰ দৰে ব্যাপ্ত, যাৰ বৰণ নীল মেঘৰৰ দৰে তেওঁক মই শতকোটি প্ৰণাম জনাইছো চৰণত।

*সহায়ক গ্ৰন্থ ("ভাগৱত", "গীতা", "নাম মলিকা)*



# মাজুলীৰ মৃৎ শিল্প – এক অধ্যয়ন

● *হৰেন হাজৰিকা*
*সহকাৰী অধ্যাপক, অসমীয়া বিভাগ*

াজুলী নদীদ্বীপৰ পৰিচয় ঃ

ভাৰতবৰ্ষৰ অসম ৰাজ্যৰ যোৰহাট জিলাৰ যোৰহাট
হকুমাৰ উত্তৰে ব্ৰহ্মপুত্ৰ নদীৰ মাজত অৱস্থিত পৃথিৱীৰ বৃহত্তম
নিবহুল নদীদ্বীপ মাজুলী। মাজুলীয়ে ১৯৭৯ চনত এটা মহকুমা
চাপে স্বীকৃতি পায়। ইয়াৰ আকৃতিটো এটা শিলিখা ফলৰ
ৰে। ভৌগোলিকভাৱে ২৬°৪৫′ উত্তৰ অক্ষাংশৰ পৰা ২৭°২২′
ত্তৰ অক্ষাংশ আৰু ৯৩°৩৯′ পূব দ্ৰাঘিমাংশৰ পৰা ৯৪°৩৫′
ৱ দ্ৰাঘিমাংশৰ মাজত ইয়াৰ অৱস্থিত। মাজুলীৰ উত্তৰ দিশে
খিমপুৰ আৰু ধেমাজি জিলা অৱস্থিত। এই দুখন জিলাৰ লগত
জুলীক পৃথক কৰিছে ব্ৰহ্মপুত্ৰ নদীৰ লুইত খেৰকটীয়া
তিয়ে। মাজুলীৰ দক্ষিণ দিশে যোৰহাট জিলা অৱস্থিত।
লাখনৰ লগত ব্ৰহ্মপুত্ৰ নদীৰ মূল সুঁতিয়ে নদীদ্বীপটি পৃথক
ৰি ৰাখিছে। ঠিক একেদৰে পূবে শিৱসাগৰ জিলাৰ লগতে
হ্মপুত্ৰৰ মূল সুঁতি আৰু পশ্চিমে গোলাঘাট জিলা, শোণিতপুৰ
লা আৰু ব্ৰহ্মপুত্ৰৰ মূল সুঁতিয়ে মাজুলীক পৃথক কৰি
কৃতিকভাৱেই এক বিচিত্ৰ ৰূপ প্ৰদান কৰিছে। বছৰি হোৱা
প্ৰবল বানপানী আৰু খহনীয়াৰ ফলত মাজুলীৰ মাটিকালি ক্ৰমে কমি আহি ২০১১ চনত ৪২২ বৰ্গ কিলোমিটাৰ হয়। ভৌগোলিকভাৱে মাজুলীৰ আয়তন কম হ'লেও জনসংখ্যাৰ দিশৰ পৰা চালে দেখা যায় ২০১১ চনৰ লোকপিয়ল মতে বৰ্তমান ইয়াত ১,৬৭,২৪৫ জন লোকে বসবাস কৰে। বৰ্তমান মাজুলীত তিনিটা মৌজা, ২৪৩ খন গাঁও আৰু সৰু-বৰ ৩১ খন সত্ৰ আছে। মাজুলীত শিক্ষাৰ হাৰ ৭০.২৩ শতাংশ। নদীদ্বীপটোত বিশেষকৈ জনজাতীয় লোকৰ প্ৰাধান্য দেখা যায়। মাজুলীত বসবাস কৰা বিভিন্ন সম্প্ৰদায়ৰ লোকসকল হৈছে— মিছিং, দেউৰী, সোণোৱাল-কছাৰী, চুতীয়া, কোঁচ, কৈৱৰ্ত, আহোম, নেপালী, নাথ, কেওঁট, কলিতা, বামুণ, বনিয়া ইত্যাদি। বিভিন্ন জাতি-জনগোষ্ঠীৰ মিলনভূমি মাজুলীয়ে সাংস্কৃতিক কেন্দ্ৰ হিচাপে শ শ বছৰ ধৰি নিজৰ পৰিচয় দাঙি ধৰি আহিছে। সেয়েহে সামাজিক আৰু সাংস্কৃতিক প্ৰেক্ষাপটত বিচাৰ কৰিলে দেখা যায় যে সমগ্ৰ পৃথিৱীৰ ভিতৰতে মাজুলীৰ প্ৰকৃতি সৃষ্ট এক বৈচিত্ৰ্যময় নদীদ্বীপ।

**মাজুলীৰ মৃৎশিল্প ঃ** মৃৎশিল্প এক প্ৰচীন কলা। এই শিল্পৰ প্ৰধান কেঁচামাল হ'ল বোকা মাটি (Clay)। শিল্পীৰ হাতৰ পৰশত বোকামাটিয়ে প্ৰাণ পাই উঠে আৰু মানৱ সমাজৰ ব্যৱহাৰৰ উপযোগী হৈ উঠে। পৃথিৱীৰ আটাইবোৰ সভ্যতাৰ প্ৰাচীনতম নিদৰ্শন হিচাপে মৃৎশিল্পৰ চানেকি দেখা পোৱা যায়। প্ৰাচীন ভাৰতীয় সিন্ধু সভ্যতাৰ খনন কাৰ্যতো (হৰপ্পা আৰু মহেঞ্জোদাৰোৰ খননকাৰ্যত) মৃৎশিল্পৰ চৰ্চা থকাৰ প্ৰমাণ পোৱা গৈছে। মাটিৰ পৰা নিৰ্মিত কলাসন্মত আৰু ব্যৱহাৰ্য সামগ্ৰীসমূহকেই মৃৎশিল্প বুলি কোৱা হয়। পৃথিৱীৰ বৃহৎ জনবহুল নদীদ্বীপ মাজুলীৰ বিচিত্ৰ সংস্কৃতিৰ অন্য এটা গুৰুত্বপূৰ্ণ দিশ হ'ল- মৃৎশিল্পৰ চৰ্চা। মাজুলীৰ শালমৰা অঞ্চলৰ কুমাৰসকলে নিৰ্মাণ কৰা মৃৎশিল্পৰ এক সুদীৰ্ঘ পৰম্পৰা আছে। মাজুলীৰ দক্ষিণ-পূৱ দিশত ব্ৰহ্মপুত্ৰ নদীৰ পাৰৰ শালমৰা মৌজাৰ অন্তৰ্গত কুমাৰগাওঁ, বগৰীজান, বাঘৰচুক, চিনাতলী আদি গাঁৱৰ প্ৰায় ৮০০ টা পৰিয়ালে মৃৎশিল্পৰ পৰম্পৰাক জীয়াই ৰাখিছে। এই ৮০০ টা পৰিয়ালৰ ৬৮০ টা পৰিয়ালেই মৃৎশিল্পৰ ওপৰত নিৰ্ভৰশীল। মাজুলীৰ কুমাৰসকল কলিতা আৰু কোঁচ সম্প্ৰদায়ৰ লোক। মাজুলীৰ শালমৰাৰ মৃৎশিল্পীসকলে চাকৰ ব্যৱহাৰ নকৰাকৈয়ে পূৰ্বৰে পৰা বিভিন্ন সামগ্ৰী প্ৰস্তুত কৰি আহিছে। মৃৎশিল্প নিৰ্মাণৰ ক্ষেত্ৰত মহিলাসকলেহে বেছি আগভাগ লোৱা দেখা যায়। পুৰুষসকলো এই শিল্পৰ লগত জড়িত যদিও মহিলাসকলেহে অধিক পৰিশ্ৰম কৰা দেখা যায়। পুৰুষসকলে এই শিল্পৰ লগতে নাও-নিৰ্মাণ, কৃষি আদি বিভিন্ন কামত জড়িত হৈ থাকে। মহিলাসকল দিনটো ঘৰতে থাকে বাবে আজৰি সময়ছোৱা এই শিল্পৰ লগত জড়িত হৈ থাকে। অৱশ্যে বিভিন্ন পাত্ৰ সাজিবৰ বাবে প্ৰয়োজন হোৱা মাটি সংগ্ৰহ কৰা, পাত্ৰসমূহ তৈয়াৰ হোৱাৰ পিছত জুই দি



পোৰা, ৰং কৰা আৰু বিক্ৰীৰ বাবে বজাৰলৈ লৈ যোৱা আ কামসমূহ পুৰুষসকলেহে কৰে। বহু ক্ষেত্ৰত স্কুলীয়া ছা ছাত্ৰীসকলেও আংশিকভাৱে পিতৃ-মাতৃক এই কাৰ্যত সহ কৰি ঘৰুৱা অৰ্থনীতি স্বাৱলম্বী কৰাত সহায় কৰি আহি আটাইতকৈ উল্লেখযোগ্য যে ঘৰৰ ল'ৰাৰ পৰা বুঢ়ালৈ যিম সদস্য থাকে সকলো সদস্যই এই শিল্পচৰ্চাত অতি সুন্দৰভা সহযোগিতাৰে কৰি আহিছে। মাজুলীৰ মৃৎশিল্পীসকলে প্ৰ ৩০ বিধমান বিভিন্ন মৃৎপাত্ৰ নিৰ্মাণ কৰে। এইবোৰ হৈছে মলা, নদিয়া, চৰু, সৰু পাটি কলহ, ডাঙৰ পাটি কলহ, মজলী কলহ, মতাকণীয়া কলহ, এৰাঁ টেকেলি, পাটি টেকেলি, টেকেলি, চাকি, উধান, দুনৰী, ধূপদানি, ধুনাদানি, ভুৰুকা, নদি বিভিন্ন ধৰণৰ ফুলৰ টাব, ফুলদানি, মঠিয়া, শৰাই ইত্যাদি

**মৃৎপাত্ৰ নিৰ্মাণ পদ্ধতি ঃ** মাজুলীৰ মৃৎশিল্পীসক মৃৎপাত্ৰ নিৰ্মাণ পদ্ধতি অতি কষ্টকৰ। মৃৎপাত্ৰ নিৰ্মাণ প্ৰক্ৰি কেইবাটাও স্তৰ দেখা যায়। বিভিন্ন কৌশল প্ৰয়ো কেইবাটাও স্তৰ পাৰ কৰি মৃৎপাত্ৰ নিৰ্মাণ কৰা হয়। মাজু মৃৎশিল্পীসকলৰ মৃৎপাত্ৰ নিৰ্মাণৰ বিভিন্ন পদ্ধতিসমূহ ত আলোচনা কৰা হ'ল-

ক) মাটি খনন ঃ মৃৎপাত্ৰ নিৰ্মাণৰ প্ৰথম স্তৰটো

হ'ল মাটি খনন কাৰ্য। এই শিল্পত জড়িত লোকসকলে মাটিৰ সাতটা স্তৰ খান্দি অষ্টম স্তৰত পোৱা মাটিৰেহে পাত্ৰ নিৰ্মাণ কৰে। অষ্টম স্তৰত ওলোৱা মাটিক 'কুমাৰ মাটি' বুলি কোৱা হয়। এই মাটি খন্দা কাৰ্যটো অতি জটিল আৰু বিপদসংকুল। এটুকুৰা নিৰ্দিষ্ট ঠাইত ৫/৬ জন পুৰুষ একেলগ হৈ বাঁহৰ জখলাৰ সহায়ত বহু গভীৰতালৈকে মাটি খান্দে। কেতিয়াবা ৩০/৪০ ফুট পৰ্যন্ত গভীৰতালৈকে এওঁলোকে মাটি খান্দে আৰু খন্দা মাটিৰ চপৰাবোৰ তলৰ পৰা এজনে আন এজনলৈ দলিয়াই ওপৰলৈ উঠায়। গভীৰ গাঁতত অন্ধকাৰ হ'লে পোহৰৰ ব্যৱস্থা কৰিও মাটি খন্দা হয়। এনে কাৰ্যত পদে পদে মৃত্যুৰ আশংকা দেখা যায় যদিও এই লোকসকলে আজিও এই প্ৰথাৰেই মাটি খান্দি পৰম্পৰাগতভাৱে মৃৎশিল্পৰ চৰ্চা কৰি আহিছে।

খ) খছা ঃ পুৰুষসকলে মাটি খান্দি আনি ঘৰলৈ কঢ়িয়াই অনাৰ পিছত মহিলাসকলে 'খছা' কাম আৰম্ভ কৰে। খান্দি অনা কুমাৰ মাটিবোৰ বালিৰ ওপৰত থৈ আঠবাৰ পৰ্যন্ত খছি মাটিৰ ডাঠ আঠা গুণটো নাইকিয়া কৰি মৃৎপাত্ৰ সাজিবৰ বাবে উপযোগী কৰি লোৱা হয়।

গ) গঢ়া ঃ মাটিখিনি খছা হোৱাৰ পিছত তৃতীয় স্তৰত তেওঁলোকে বিভিন্ন ধৰণৰ পাত্ৰৰ গঢ় দি 'গঢ়া' স্তৰৰ কামত অগ্ৰসৰ হয়। খছা হোৱা মাটিবোৰ লডা কৰি লৈ বিভিন্ন সঁজুলিৰ সহায়ত লাহে লাহে বিভিন্ন পাত্ৰৰ গঢ় দিবলৈ আৰম্ভ কৰে। এই কাম মূলতঃ মহিলাই কৰে যদিও ল'ৰা-ছোৱালীয়েও অংশগ্ৰহণ কৰা দেখা যায়।

ঘ) পিটা ঃ এইটো স্তৰত লাডু কৰি গঢ় দি লোৱা কুমাৰ মাটিবোৰ 'পিটোন' নামৰ এবিধ কাঠৰ সঁজুলিৰে 'আফৰি' নামৰ এবিধ মাটিৰ পাত্ৰত থৈ পিটি পিটি পাত্ৰবোৰৰ গঢ় দিবলৈ আৰম্ভ কৰা হয়। 'বলিয়া' নামৰ এবিধ সঁজুলি মাটিৰ লডাটোৰ মাজভাগত দি বিভিন্ন পাত্ৰৰ আকাৰ দি পিটি থকা হয়। বিশেষকৈ কলহ, টেকেলি আদিৰ দৰে পাত্ৰ নিৰ্মাণতহে 'বলিয়া' ব্যৱহাৰ কৰা হয়।

ঙ) জুটিওৱা ঃ এইটো স্তৰত বিভিন্ন প্ৰকাৰৰ মৃৎপাত্ৰসমূহ ভাঁজ দি এটা ৰূপ দিয়াৰ পাছত কেঁচা পাত্ৰবোৰ ৰ'দত দিয়া হয়। ৰ'দত দিয়াকেই 'জুটিওৱা' বুলি কোৱা হয়। এই স্তৰত পাত্ৰবোৰৰ ক'ৰবাত যদি খুঁত থাকে অথবা মিহি কৰিব লগীয়া থাকে, তেনেহ'লে তাক নিখুঁত কৰি 'মাজনি' নামৰ এবিধ সঁজুলিৰে মিহি কৰি লোৱা হয়।

চ) ৰাঙণি আৰু কহ ঃ ৰ'দত দি শুকুৱাৰ পিছত এই স্তৰত পাত্ৰবোৰত ৰং দিয়া হয়। ৰং দিয়া এই স্তৰকেই ৰাঙণি আৰু কহ দিয়া বুলি কোৱা হয়। নৈৰ পাৰৰ গেৰুৱা মাটি নাইবা বজাৰৰ পৰা কিনি অনা কৃত্ৰিম ৰং পানীত গুলি পাত্ৰসমূহত ৰং দি দেখিবলৈ চকুতলগা কৰি তোলা হয়।

ছ) পেঘালী বা পাগশালি ঃ মৃৎপাত্ৰ নিৰ্মাণ পদ্ধতিৰ অন্তিম স্তৰটোৱেই হৈছে 'পেঘালী" বা 'পাগশালি'। পাত্ৰবোৰ সম্পূৰ্ণকৈ সাজি উলিওৱাৰ পাছত ইয়াক টান কৰিবৰ আৰু ৰং উজ্জ্বল কৰিবৰ বাবে জুই দি পোৰা হয়। পাত্ৰসমূহ পুৰিবৰ বাবে পেঘালি অৰ্থাৎ এক প্ৰকাৰৰ গোলাকৃতিৰ গাঁত খন্দা হয় আৰু এই গাঁতত মৃৎপাত্ৰসমূহ তললৈ মুখ কৰি এক বিশেষ পদ্ধতিৰে জাপ জাপ কৰি সজোৱা হয়। পেঘালি খন্দা আৰু ইয়াত জুই দিয়া কাম পুৰুষে কৰে। এওঁলোকৰ মাজত প্ৰবাদ আছে যে মহিলাই পেঘালিত জুই দিব নেপায়। জুই দিবৰ বাবে বিশেষকৈ নদীত উটি অহা কাঠ বা আন খৰি-খেৰ সংগ্ৰহ কৰা হয়। পাত্ৰবোৰৰ ফাঁকে ফাঁকেও শুকান খৰি জাপি দিয়া হয়। এনেদৰে মৃৎপাত্ৰসমূহ খৰি দি সজায় হোৱাৰ পাছত পেঘালিটোৰ চৌপাশে কিছু পৰিমাণে পুৰণা টেকেলি-কলহৰ টুকুৰা দি ওপৰত খেৰ দি ঢাকি দিয়া হয়। খেৰৰ ওপৰত গোবৰ, মাটি আৰু পানীৰ এক মিশ্ৰণ তৈয়াৰ কৰি পেঘালিটোৰ ওপৰখন লেপি দিয়া হয়। ২/৩ বাৰ ভালদৰে লেপি লোৱাৰ পিছত মাজে মাজে কিছুমান ফুটা কৰি দিয়া হয়, যাতে ধোঁৱাবোৰ ওলাই যায়। ধোঁৱা ওলাব নোৱাৰিলে পাত্ৰবোৰৰ বৰণ ক'লা হয়। তদুপৰি জুইৰ তাপৰ পৰিমাণো এক নিৰ্দিষ্ট সময়লৈকেহে দিয়া হয়। জুই বেছিকৈ দিলে পাত্ৰবোৰৰ আকাৰ বেয়া হৈ যায় আৰু কম হ'লেও পাত্ৰবোৰ খুনুকা হৈ পৰে। জুই দিয়া শেষ হ'লে পাত্ৰসমূহ পেঘালিৰ পৰা উলিওৱা হয় আৰু ই ব্যৱহাৰৰ উপযোগী হৈ পৰে। পৰৱৰ্তী সময়ত পাত্ৰবোৰ বিক্ৰীৰ বাবে সাজু কৰা হয়।

মাজুলীৰ মৃৎশিল্পীসকলে তেওঁলোকে নিৰ্মাণ কৰা বিভিন্ন পাত্ৰসমূহ কান্ধত ভাৰ পাতি লৈ ওচৰে-পাজৰে বিক্ৰী কৰাৰ উপৰিও ডাঙৰ ডাঙৰ নাঁৱত বোজাই দি নদীপথেৰে অসমৰ বিভিন্ন ঠাইত বিক্ৰী কৰে। অসমৰ বাহিৰেও অৰুণাচল, নগালেণ্ড পৰ্যন্ত মাজুলীৰ মৃৎশিল্পই প্ৰসাৰতা লাভ কৰিছিল। অৱশ্যে বিভিন্ন সমস্যাৰ বাবে মাজুলীৰ মৃৎশিল্পই ব্যৱসায়িক ক্ষেত্ৰত পূৰ্বৰ মৰ্যাদা হেৰুৱাই পেলাইছে। মাজুলীৰ

মৃৎশিল্পীসকলে পাত্রসমূহ নিৰ্মাণ কৰোঁতে ব্যৱহাৰ কৰা সঁজুলিবোৰ হৈছে—

আফৰি ঃ মাটিৰে নিৰ্মিত বানকাঁহী আকৃতিৰ খুৰা থকা এবিধ পাত্ৰ। ওপৰফালে খহতা এই পাত্ৰটোত মৃৎশিল্পীসকলে প্ৰাৰম্ভিক পৰ্যায়ত মাটিবোৰ লডা কৰি লয়। শিল্পীসকলে নিজেই এই পাত্ৰবিধ নিৰ্মাণ কৰি লয়।

এঠালি ঃ মাটিৰ লডাটো নিৰ্দিষ্ট ৰূপ দিবৰ বাবে এটা নিমজ পাত্ৰত থৈ গঢ় দিয়া হয়। দেখাত আফৰিৰ দৰে পাত্ৰটোক কোৱা হয় এঠালি। এঠালিত থৈ 'পিটোন' নামৰ সঁজুলিৰে পিটি পিটি তলফালৰপৰা ক্ৰমান্বয়ে মুখৰফালে মিহিকৈ পাত্ৰবোৰ গঢ় দিয়া হয়। এইবিধ সঁজুলিও শিল্পীসকলে নিজেই মাটিৰে নিৰ্মাণ কৰি লয়।



পিটোন ঃ পিটোন কাঠ বা বাঁহেৰে ঘৰতে নিৰ্মিত সঁজুলি। পিটোন নামৰ সঁজুলিৰে গঢ় দিবলৈ লোৱা মাটিৰ লডাবোৰ পিটি পিটি তলফালৰপৰা ক্ৰমান্বয়ে মুখৰফালে মিহিকৈ পাত্ৰবোৰ গঢ় দিয়া হয়।

বলিয়া ঃ মৃৎশিল্পীসকলে টেকেলি, কলহ আদি সাজিবলৈ পাত্ৰটোৰ আকাৰ সুন্দৰ কৰিবৰ বাবে কলহ আৰু টেকেলি আকৃতিৰ সৰু সঁজুলি এটি আধাৰ হিচাপে লৈ পাত্ৰটো তলৰ পৰা ওপৰলৈ ক্ৰমে গঢ় দি আহে। মাটিৰে নিৰ্মাণ কৰি লোৱা এই সঁজুলিটোকেই 'বলিয়া' বুলি কোৱা হয়।

মাজনি ঃ বিভিন্ন পাত্ৰসমূহ গঢ় দিয়াৰ পাছত মিহি কৰিবৰ বাবে ঘূৰণীয়া, চুপি জাতীয় এবিধ মিহি মাটিৰ সঁজুলি ব্যৱহাৰ কৰা হয়। এই সঁজুলিটোকেই 'মাজনি' বুলি কোৱা হয়।

অন্যান্য সামগ্ৰী ঃ ওপৰত উল্লেখ কৰা সঁজুলিসমূ[illegible] উপৰিও মৃৎশিল্পীসকলে খুন্দনা মাৰি, চোঁচনি, গঢ়া কাপ[illegible] আদিও পাত্ৰসমূহ সাজিবৰ বাবে ব্যৱহাৰ কৰে। প্ৰাৰম্ভিক স্ত[illegible] সংগ্ৰহ কৰি অনা মাটিৰ লডাবোৰ খুন্দি মিহি কৰিবৰ বাবে খুন্[illegible] মাৰিৰ ব্যৱহাৰ হয়। চোঁচনি আৰু গঢ়া কাপোৰেৰে বিভি[illegible] সময়ত পাত্ৰসমূহ প্ৰয়োজন অনুসৰি মিহি কৰি লোৱা হয়।

মাজুলীৰ মৃৎশিল্পীসকলে বছৰি তিনিবাৰ বা তিনি খেপত পাত্ৰসমূহ উৎপাদন কৰে। উৎপাদনৰ পৰা বিক্ৰ[illegible] একোটা সময়ক এওঁলোকে 'খেপ' বুলি কয়। এই খেপ তিনি হৈছে— আহু খেপ ([illegible] মাহৰ পৰা ভাদ মা[illegible] ভিতৰত উৎপাদন ক[illegible] হয়), শালি খেপ (আ[illegible] মাহৰ পৰা ফাগুণ মা[illegible] ভিতৰত উৎপাদিত) আ[illegible] বেচা খেপ (চ'ত মা[illegible] পৰা ব'হাগ মাহৰ ভিত[illegible] উৎপাদিত)।

**মাজুলীৰ মৃৎশি[illegible] বৰ্তমানৰ সমস্যা ঃ**

মাজুলীৰ মৃৎশি[illegible] বৰ্ত্তমানৰ অ[illegible] সন্তোষজনক নহ[illegible] বৰ্ত্তমান সময়ত বহু জ[illegible] সমস্যাই এই শিল্প[illegible] লগত জড়িত শিল্পীসক[illegible] সন্মুখত দেখা দিছে[illegible] তলত এই সমস্যাসমূ[illegible] আলোচনা দাঙি ধৰা হ[illegible]—

(১) ভূমি সংকোচন এই শিল্পীসকলৰ বাবে এক জটিল সমস[illegible] এই শিল্পৰ মূল কেঁচামাল হৈছে কুমাৰমাটি। বছৰি হে[illegible] বানপানী আৰু গড়াখহনীয়াই এই শিল্পটিৰ প্ৰতিয়েই নহয় [illegible] মাজুলীৰ অস্তিত্বৰ প্ৰতিয়েই ভাবুকি কঢ়িয়াই আনিছে।

২) এই শিল্পৰ লগত জড়িত ব্যক্তিসকল অৰ্থনৈতিক ভাবে অতি দুৰ্বল। সেয়েহে অৰ্থনৈতিক সমস্যা এওঁলোকৰ এক জটিল সমস্যা।

৩) উপযুক্ত বজাৰৰ অভাব এই শিল্পীসকলৰ এক অন্যতম সমস্যা। তদুপৰি পাত্ৰসমূহৰ উপযুক্ত দাম নোপোৱা এই শিল্পীসকলৰ আন এক সমস্যা।

৪) উপযুক্ত প্ৰশিক্ষণৰ অভাবো এই শিল্পৰ এক অন্যতম সমস্যা। এই শিল্পত জড়িত ব্যক্তিসকলে আজিও পৰম্পৰাগত ভাবেই এই শিল্প চৰ্চা কৰি আছে। কিন্তু বৰ্তমান সময়ত গ্ৰাহকৰ বস্তু ক্ৰয় কৰাৰ ৰুচিবোধৰ পৰিবৰ্তন হৈছে। সেয়েহে এই শিল্পৰ লগত জড়িত শিল্পীসকলে আধুনিক কৌশল আয়ত্ত কৰাৰ সময় আহি পৰিছে।

৫) আধুনিক উদ্যোগীকৰণেও মাজুলীৰ এই শিল্পটিৰ প্ৰতি ভাবুকি কঢ়িয়াই আনিছে। বৰ্তমান ক্ৰেতাসকলে ধাতু, প্লাষ্টিক আদিৰে নিৰ্মিত সহজলভ্য, দীৰ্ঘস্থায়ী কিন্তু অস্বাস্থ্যকৰ সামগ্ৰী কিনাৰ প্ৰতিহে আগ্ৰহী। ইয়াৰ ফলত মৃৎপাত্ৰ বিক্ৰীৰ পৰিমাণ পূৰ্বৰ তুলনাত যথেষ্ট কমি যোৱা দেখা গৈছে।

৬) শিল্পটি সংৰক্ষণৰ বাবে আজিলৈকে কোনোধৰণৰ বিজ্ঞানসন্মত সংগ্ৰাহালয়ৰ ব্যৱস্থা কৰা হোৱা নাই। অতি পৰিতাপৰ কথা যে আজিলৈকে এই ঐতিহ্যপূৰ্ণ শিল্পটিৰ সংৰক্ষণৰ বাবে ৰাজ্য অথবা কেন্দ্ৰ চৰকাৰ নাইবা কোনো ব্যক্তিগত অনুষ্ঠান-প্ৰতিষ্ঠান আগবাঢ়ি অহা নাই।

**মৃৎশিল্পৰ সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ প্ৰয়োজনীয়তা ঃ**

মাজুলীত বহুকালৰ আগৰেপৰা পৰম্পৰাগতভাবে মৃৎপাত্ৰ নিৰ্মাণ হৈ আহিছে। বৰ্তমান সময়ত এই শিল্পটিৰ চৰ্চা কমি আহিছে যদিও ইয়াক সংৰক্ষণ আৰু সংবৰ্দ্ধনৰ কৰাৰ প্ৰয়োজনীয়তাও আহি পৰিছে। এই প্ৰয়োজনীয়তাসমূহ তলত ইয়াৰ দবে বিশ্লেষণ কৰিব পাৰি—

১) পৰম্পৰাক জলাঞ্জলি দি কোনো এটা জাতিৰ অস্তিত্ব মূল্যহীন। মাজুলীৰ মৃৎশিল্পৰ পৰম্পৰাক জীয়াই ৰাখি নতুন প্ৰজন্মক আকৰ্ষিত কৰাৰ লগতে বহুৰি মাজুলীলৈ অহা পৰ্যটকসকলক এই শিল্পৰ দ্বাৰাইয়ো আকৰ্ষিত কৰিব পাৰি।

২) মৃৎশিল্পক অধিক গুৰুত্ব দি মাজুলীক এই শিল্পকলাৰ জৰিয়তেও আকৰ্ষণৰ কেন্দ্ৰবিন্দু কৰিব পাৰি।

৩) মাজুলীক বিশ্ব ঐতিহ্যক্ষেত্ৰ ৰূপে পৰিগণিত কৰাত মৃৎশিল্পৰ সংৰক্ষণ তথা সংবৰ্দ্ধনেও সহায় কৰিব পাৰে।

(৪) মৃৎশিল্পৰ নিৰ্মাণ পদ্ধতি ব্যয়বহুল নহয়। অতি কম মূলধনেৰে এই শিল্প চৰ্চা কৰি অৰ্থনৈতিকভাবেও সবল হ'ব পাৰি। মাজুলীৰ শালমৰাৰ কুমাৰসকলৰ লগতে অন্যান্য জনগোষ্ঠীৰ লোকসকলেও এই শিল্পৰ চৰ্চা কৰিবলৈ ল'লে শিল্পটিৰ প্ৰসাৰতা বৃদ্ধি পাব।

(৫) উঠি অহা কৰ্মসংস্থানহীন ন-প্ৰজন্মই মৃৎশিল্পক এক ব্যৱসায় হিচাপে লৈ স্বনিৰ্ভৰশীল হ'ব পাৰে। মৃৎপাত্ৰ নিৰ্মাণ কাৰ্যক উদ্যোগৰূপে গঢ় দিব পাৰিলে পৰম্পৰা ৰক্ষাৰ লগতে নিবনুৱা সমস্যা সমাধানৰ ক্ষেত্ৰতো যথেষ্ট সহায়ক হ'ব।

(৬) দুখীয়া কৃষকসকলে অথবা আন আন বৃত্তিত জড়িত দুখীয়া লোকসকলেও মৃৎশিল্পক অংশকালীন ব্যবসায় হিচাপে গ্ৰহণ কৰি আৰ্থিক দিশত স্বচ্ছলতা লাভ কৰিব পাৰে।

**মৃৎশিল্পৰ সংৰক্ষণৰ উপায় ঃ**

মৃৎশিল্পৰ সংৰক্ষণৰ ক্ষেত্ৰত তলত উল্লেখ কৰা দিশকেইটাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব পাৰি-

(ক) পৰম্পৰাগত ভাবে নিৰ্মাণ হৈ অহা মৃৎশিল্পই আজিলৈকে বিদ্যায়তনিক পৰিধিৰ ভিতৰলৈ অহা নাই। সেয়েহে এই গুৰুত্বপূৰ্ণ শিল্পটিক বিদ্যালয়ৰ পাঠ্যক্ৰমত পাঠভিত্তিক আলোচনা নাইবা কৰ্ম-অভিজ্ঞতাত অৰ্ন্তভুক্ত কৰি নতুন প্ৰজন্মক এই শিল্পৰ লগত চিনাকি কৰি মৃৎশিল্পক সংৰক্ষণ কৰিব পাৰি।

(খ) বৰ্তমান সময়লৈকে মৃৎশিল্পৰ সংৰক্ষণৰ বাবে কোনো ধৰণৰ যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰা হোৱা নাই। মাজুলীলৈ অহা পৰ্যটকসকলেও সংগ্ৰাহালয়ৰ অভাৱত এই শিল্প চোৱাৰ পৰা বিমুখ হ'ব লগীয়া হয়। ৰ'দ, বৰষুণ, বানপানী আদি সমস্যাৰ লগতে ফেৰ মাৰিব পৰাকৈ বিজ্ঞানসম্মতভাবে সংগ্ৰাহালয় নিৰ্মাণ কৰি মৃৎশিল্পৰ সংৰক্ষণ কৰিব পাৰি।

(গ) মাজুলী তথা অসমৰ মৃৎশিল্পৰ বিষয়ে ইলেক্ট্ৰনিক গণমাধ্যম তথা বাতৰিকাকত আলোচনী আদিৰ জৰিয়তে প্ৰচাৰ আৰু প্ৰসাৰ বৃদ্ধি কৰি ইয়াৰ সংৰক্ষণ কৰিব পাৰি। তদুপৰি এই শিল্পৰ লগত জড়িত মাজুলীৰ শিক্ষিত চামেও জনসচেতনতা বৃদ্ধিৰ বাবে ওলাই অহাৰ প্ৰয়োজনীয়তা আহি পৰিছে।

(ঘ) মৃৎশিল্প বিষয়ত বিভিন্ন সময়ত আলোচনাচক্ৰ, কৰ্মশালা অনুষ্ঠিত কৰি পৰিসৰ বৃদ্ধি, গণসচেতনতা বৃদ্ধি কৰাৰ লগতে

সংৰক্ষণৰ দুৱাৰ মুকলি কৰিব পাৰি। লগতে নতুনত্ববিহীন এই পৰম্পৰাগত শিল্পটিক কেনেদৰে নতুন ৰূপেৰে গঢ় দিব পাৰি সেই সম্পৰ্কেও চিন্তা-চৰ্চা কৰিব লাগিব। দেশ-বিদেশৰ বিশেষজ্ঞ মৃৎশিল্পীৰ তত্ত্বাবধানত কেনেদৰে কম খৰচতে, কম সময়ৰ ভিতৰত চকুত লগা বিভিন্ন পাত্ৰ গঢ় দিব পৰা যায়, অধিক লাভ কৰিব পৰা যাব—এই দিশসমূহৰ সম্পৰ্কেও প্ৰশিক্ষণ দিব লাগিব।

(ঙ) মৃৎশিল্পৰ লগত জড়িত শিল্পীসকলক উৎসাহ-উদ্দীপনা দিয়াৰ লগতে বিভিন্ন চৰকাৰী সা-সুবিধাৰে যেনে- শিল্পী পেঞ্চন, এককালীন সাহায্য আদিৰে উদ্বুদ্ধ কৰি এই শিল্পটিৰ প্ৰতি মানুহক আকৰ্ষিত কৰিব পাৰি। ইয়াৰ যোগেদিও এই শিল্পৰ প্ৰচাৰ বৃদ্ধি হোৱাৰ লগতে সংৰক্ষণো হ'ব বুলি আশা কৰিব পাৰি।

(চ) মৃৎশিল্পক গৃহ সজ্জাৰ এক অন্যতম মাধ্যম কৰি তোলাৰ যথেষ্ট সম্ভাৱনা আছে।

গোটেই আলোচনাৰ পৰা এইটো দেখা গ'ল মাজুলীৰ মৃৎশিল্পৰ এক দীঘলীয়া পৰম্পৰা আছে। পৰম্পৰা ভাবে চলি অহা এই শিল্পটিৰ বৰ্তমান সময়ত প্ৰয়োজনী বৃদ্ধি পাইছে। অৱশ্যে এই শিল্পটিৰ প্ৰসাৰতা বৃদ্ধিত চৰক অথবা বেচৰকাৰী সংস্থাই গুৰুত্বপূৰ্ণ ভূমিকা ল'ব লাগি ইতিমধ্যে মাজুলীলৈ অহা দেশী-বিদেশী পৰ্যটকসক মৃৎশিল্পৰ প্ৰতি যথেষ্ট আগ্ৰহ দেখুৱাইছে। পৰ্যটকসক মৃৎশিল্পৰ নিৰ্মাণ প্ৰণালী চাই বাৰুকৈয়ে আকৰ্ষিত হৈ সেয়েহে পৰম্পৰাগত ভাবে চলি অহা মৃৎশিল্পক স সকলোৱে আগ্ৰহেৰে গ্ৰহণ কৰি ইয়াক সজীৱ কৰি ৰাখিব লা আৰু এক বৃহৎ উদ্যোগ ৰূপে গঢ় দিব পৰাৰ সম্ভাৱনাক বা ৰূপ প্ৰদান কৰিব লাগিব। ▶▶▶

**সহায়ক গ্ৰন্থপঞ্জী ঃ**


- দাস, গুণেশ্বৰ ঃ অসমৰ হীৰা সম্প্ৰদায়, Assam Institute of Research for Tribals and Schedu Castes, Guwahati, First Edition, 2011
- দাস, যুগল ঃ অসমৰ লোককলা, প্ৰকাশন পৰিষদ, অসম, প্ৰথম প্ৰকাশ, ১৯৬৮
- শইকীয়া, দেৱজিৎ ঃ মাজুলীৰ ঐশ্বৰ্য, বিদ্যা ভৱন, যোৰহাট, দ্বিতীয় পৰিবৰ্ধিত সংস্কৰণ, ২০১৩
- বৰুৱা, বিৰিঞ্চি কুমাৰ ঃ অসমৰ লোক সংস্কৃতি, বীণা লাইব্ৰেৰী, কলেজ হোষ্টেল ৰোড, গুৱাহাটী, অসম, তৃতীয় সং ১৯৮৯
- মহন্ত, প্ৰশান্ত কুমাৰ (সম্পা.) ঃ মাজুলী, গ্ৰন্থ-সংস্কৃতি, এ.টি. ৰোড, তৰাজান, যোৰহাট, প্ৰথম প্ৰকাশ, ডিচেম্বৰ, ২
- চমুৱা, নৱকুমাৰ (সম্পা.) ঃ মাজুলীৰ মৃৎশিল্প - বনদীপা শইকীয়া, (আলোচনী), An article published 'NAKSHA', vol.-I, No. VI, Nov-Dec, 2012

# সামাজিক চেতনা আৰু দায়িত্ব

● ৰাজীৱ লোচন সাউদ
স্নাতক চতুৰ্থ যাণ্মাষিক (বাণিজ্য)

এই পৃথিৱীত জন্মলাভ কৰা মুহূৰ্তৰ পৰা জীয়াই থকাৰ অধিকাৰ প্ৰতি মানুহৰ আছে। সেই অধিকাৰক কোনেও নুই কৰিব নোৱাৰে। কিন্তু আজি অত্যাধুনিক পৃথিৱীত প্ৰতিজন মানুহে জীয়াই থকাৰ অধিকাৰ লাভ কৰে ক'ত? লাভ কৰে যাক জন্মভূমি বা স্বদেশ বুলি মানৱ সমাজে সৰ্বসন্মতিক্ৰমে মানি আহিছে, মানি আছে তাত প্ৰতি মানুহৰ অধিকাৰ সাব্যস্ত হৈ আছে। কিন্তু, নিজ দেশৰ নাগৰিক হৈও যদি সাৰ্বজনীন অধিকাৰৰ পৰা বঞ্চিত হ'ব লাগে অৰ্থাৎ আন দেশৰ নাগৰিকে আহি যদি আমাৰ অধিকাৰ সাব্যস্ত কৰে তাতকৈ আৰু দুখৰ কথা আমাৰ হ'বই নোৱাৰে। তেনে ক্ষেত্ৰত আমি মাত মাতিব লগাতো আমাৰ এক নিশ্চয় অধিকাৰ কিয়নো আমি স্বাধীন দেশৰ মানুহ।

বৰ্তমান অসমৰ যি সমস্যা সেই সমস্যা বিলাক কৈ শেষ কৰিব নোৱাৰি। আৰ্থিক সমস্যা, অত্যাৱশ্যকীয় বস্তুৰ আকাশলংঘী মূল্যবৃদ্ধি, জীৱন সুৰক্ষাৰ ওপৰত অহা ভয়ানক ভাবুকিৰ সমস্যা, বাংলাদেশী অনুপ্ৰবেশ ইত্যাদি সমস্যাৰ মাজত আমাৰ মানসিক সুখ ক'ত তাক বিচাৰি পাবলৈ আশা কৰাটোও কঠিন হৈ পৰিছে। ইয়াৰ মূলতে আছে কিছুমান স্বাৰ্থলোভী দালাল, চেতনাহীন ৰাজনীতিবিদ যিসকল কোনো এটি জাতিৰ নহয় বৰঞ্চ এটি শ্ৰেণীৰহে। এই শ্ৰেণীটোক 'ৰাজভক্ত' 'দালাল' আৰু 'জাতিদ্ৰোহী' বুলি কোৱা হয়। কিন্তু এই চাম লোকক আজিৰ সমাজে ভয়ত ভক্তি ওপজাৰ দৰে সন্মান কৰে আৰু এওঁলোকে অসমবাসীৰ মাজত চেতনা যোগায় যি চেতনাৰ মাজত 'চেতনাহীনতা' লোকেই থাকে আৰু সেইটোকে পিচাৰ ৰাগিত ৰাগিয়াল হোৱাৰ দৰে আমি অনুসৰণ কৰি আহিছো। কিয়নো আমাৰ হাতত কৰিবলগীয়া কাম নাই। হয়তো কাৰোবাৰ টকা-পইচাৰ অভাৱ কিয়নো টকাৰ অবিহনে আমাৰ মানুহে একোৱেই চিনি নাপায়। আন কাৰোবাৰ আকৌ দেশৰ প্ৰতি থকা প্ৰেমৰ অভাৱ। আমি আগুৱাব খোজো যদিও বাৰে বাৰে থমকি ৰৈ গৈছো। অসমৰ জ্বলন্ত সমস্যা সমূহৰ প্ৰতি চৰকাৰে কাণণসাৰ নকৰাৰ আঁৰত আছে আমাৰ চৌত সৃষ্টি হোৱা আৰু চৌতে মাৰ যোৱা স্বভাৱৰ স্বাভাৱিকভাৱে গঢ়ি উঠা আকাংশা সমূহ।

আমাৰ চিন্তাসমূহ উমৈহতীয়া গণতান্ত্ৰিক সংগ্ৰামলৈ আমি ৰূপান্তৰিত কৰাত ব্যৰ্থ হৈছো। কৰ্মৰ প্ৰতি আমাৰ বিৰাগ আৰু কৰ্মহীনতা আৰু কৰ্মহীনতাই আমাৰ আত্মপ্ৰৱঞ্চনাৰ কাৰণ। উপায় বিহীন হৈ কৰ্মবিহীন ব্যক্তিৰ কাৰ্য্য হব পাৰে চৌত উটি ভাহি ফুৰা, দুখীয়া সকলৰ মাজত নিজকে প্ৰতিষ্ঠা কৰিবলৈ কৰ্মবিহীন মধ্যবিত্ত শ্ৰেণীৰ কৰ্ম ইত্যাদিৰ মাজত প্ৰকৃত পথ গ্ৰহণ নকৰি নিজকে চৌত উটুৱাই দিয়াৰ প্ৰৱণতা। কিন্তু উপায় ক'ত? আমি নিজে আবদ্ধ হৈ পৰিছো উটি ভাহি যোৱা চৌৰ মাজত এয়াই আমাৰ স্বৰূপ আৰু অস্তিত্ব। ইয়াৰ মাজত কোনোবাই যদি আকৌ সমাজৰ প্ৰতি মাত মাতিব বিচাৰে তেওঁ সন্মানৰ সলনি অপমানহে পায়। খঙৰ আবেগে বহু সময়ত সৃষ্টিৰ সলনি ধ্বংস, অনুতপ্তহীন আবেগ অপমানক ঢাকি ৰাখিব বিচৰা আবেগ কান্দোনৰ আবেগ বাহিৰক ৰূপত হাঁহিৰে উৰুৱাই দিব বিচৰা আবেগৰ মাজত আমি নিশ্চয় বিচৰণ কৰিছো।

উপযুক্ত চিন্তাৰ অভাৱে আমাক একপ্ৰকাৰ জুৰুলা কৰিছে। চিন্তনৰ সময়ত আমাৰ চিন্তাধাৰা বাস্তৱধৰ্মী হোৱাৰ পৰিৱৰ্তে কল্পনাত চিন্তন ভাহি ফুৰে। চন্তন হয়গৈ আবেগিক আৰু এই আবেগত আমাৰ

বাস্তৱতা বাস্তৱধৰ্মী হ'বৰ বাবে বাধ্য নহয়। বৰ্তমান সময়ত আন্দোলন অবিহনে চৰকাৰে কোনো কাম হাতত তুলি নলয়। কেতিয়াবা আন্দোলনৰ কাৰ্য সফল নহয়। সেয়ে আন্দোলন তথা দাবী যাতে অথলে নাযায় অৰ্থাৎ দালাল, ৰাজভক্ত, জাতিদ্ৰোহী সকলে দেশৰ বাবে ক্ষতিকাৰক স্বাৰ্থসিদ্ধি গ্ৰহণ কৰিব নোৱাৰে তাৰ বাবে নেতাসকলে আন্দোলনৰ মূল লক্ষ্য আৰু ইয়াৰ গভীৰতাসমূহ আন্দোলন নোহোৱাৰ আগতে জনসাধাৰণক বুজাই দিব লাগে। সকলোৱে মিলি বহলভাৱে আলোচনা কৰাৰ পাছতহে আন্দোলন আৰম্ভ কৰিব লাগে। তেনে কৰিলে নিশ্চয় আন্দোলনৰ কাৰ্য অথলে নাযায়। আমাৰ সমাজত এনে কিছুমান ব্যক্তি আছে যিসকল মানুহৰ দৃষ্টিত সমাজসেৱক যদিও প্ৰকৃতাৰ্থত সমাজসেৱক নহয়। প্ৰকৃতাৰ্থত সমাজ সেৱক সেই দুখীয়াসকল যি সকলে আন্দোলনৰ নামত যুগে যুগে তেওঁলোকৰ মাত ধ্বংস কৰি আহিছে। কিন্তু চৰকাৰে তেওঁলোকক দৰিদ্ৰ বুলি অৱহেলা কৰি আহিছে। দুখীয়াসকল বৰ মহান ব্যক্তি আমাৰ সমাজৰ বাবে। চৰকাৰে নানান প্ৰতিশ্ৰুতি দিয়ে যিবিলাক প্ৰতিশ্ৰুতি হৈয়েই থাকে। "অসম বন্ধ" নামৰ বিষয়টোৱে আমাৰ সাধাৰণ শ্ৰেণী বাইজক বাৰুকৈয়ে নষ্ট কৰিছে। উচ্চস্তৰৰ সমাজক "বন্ধই বিশেষ সমস্যাত নেপেলাই, কিন্তু সাধাৰণ শ্ৰেণী বা নিম্নস্তৰৰ মানুহক জুৰুলা কৰে। একপ্ৰকাৰ ভোকৰ ভাতৰ ... খাইছে এই 'অসম বন্ধ' বিষয়টোৱে।

আজি পোহৰতকৈ অন্ধকাৰৰ শক্তি বেছি। ... আন্ধাৰ আঁতৰাবৰ কাৰণে মাত্ৰ এখনিমান পোহৰ কেতিয়াও যথেষ্ট হ'ব নোৱাৰে। সাধাৰণ পোহৰৰ শিখা এটিয়ে অন্ধকাৰৰ সমস্ত আন্ধাৰৰ লগত যুঁজ কৰিব নোৱাৰে। যদিওবা নিজৰ অস্তিত্ব প্ৰমাণ কৰিবলৈ পোহৰে নিজৰ সমগ্ৰ শক্তিৰ আন্ধাৰ হৰুৱাবৰ কাৰণে যুদ্ধত লিপ্ত হয়, এটা সময়ত পোহৰে নিজৰ অন্ধকাৰৰ ওচৰত হাৰ মানিবলৈ বাধ্য হয়। বৰ্তমান এন্ধাৰৰ ভয়ানক পৰিস্থিতি তেনে ক্ষেত্ৰত চৰকাৰেও যদি আমালৈ ... পথালি দিয়ে তেন্তে আমাৰ অস্তিত্ব নাইকিয়া হ'বলৈ বেছি ... নাই। আমি সদায় আশাবাদী। কিন্তু ৰাজনীতিবিদ সকলে আ... আশাত চেঁচাপানী ঢালিছে। আমাক আমাৰ অধিকাৰৰ ... বঞ্চিত কৰিছে। সমস্যাৰ মাজতে আমি একগোট হৈ সমস্যা সমূহৰ লগত যুঁজ দিবই লাগিব। জন্মভূমিৰ প্ৰতি থকা দা... প্ৰেম আমি অটুত ৰাখিবই লাগিব। ▶▶▶

# ডায়েৰী


● ডেভিদ ৰাজ...

স্নাতক প্ৰথম যাণ্মাষিক (বাণি...


মানুহৰ জীৱনটো সুখ-দুখ, হাঁহি-কান্দোনৰ মাজেৰে অতিবাহিত হয়। বহু সময়ত কাম বা পঢ়া ব্যস্ততাৰ মাজৰ কিছুমান সৰু অথচ লাগতিয়াল কথাই আমি পাহৰি যাওঁ। এই কথাবোৰ ধৰি ৰাখি থোৱাৰ কিবা উপায় নাইনে? প্ৰতিটো কথাই যদি লিপিবদ্ধ কৰি ৰাখো বা সাঁচি ৰাখো তেতিয়া হ'লে আমি অতি সহজতেই মধুৰ স্মৃতিবোৰ ঘূৰাই আনিব পৰিম বা ঘূৰাই পাম। ডায়েৰী অথবা দিনলিপি মানুহৰ জীৱনৰ অতি অপৰিহাৰ্য অংগ আৰু মানুহৰ জীৱনত ঘটা প্ৰতিটো ঘটনাৰ সাক্ষী হ'ব ডায়েৰী। (মোৰ এজন বন্ধুৱে তেওঁৰ জন্মদিনত তাৰ জীৱনৰ সকলোবোৰ কথা লিপিবদ্ধ কৰি থৈছে) ডায়েৰীখনক এজন বন্ধু হিচাপে নামাকৰণ কৰি তাৰ প্ৰতিটো কথাৰ লগতে পঢ়া-শুনা, ঘৰৰ সকলোবোৰৰ নিখুঁত বৰ্ণনা কৰি থৈছে। ডায়েৰী সদায় সত্যৰ



আধাৰিত হ'ব লাগে। নিজৰ প্ৰতিটো দোষ-গুণক ডায়েৰীৰ পা... সমালোচনা কৰিব পাৰিলেহে ডা... লিখা সাৰ্থক হ'ব। মিছাক আশ্ৰয় ... লিখা ডায়েৰী অৰ্থহীন। নি... আৱেগ-অনুভূতি, সুখ-দুখৰ ল... সময়ৰ সোঁতত উটি যোৱা কি... স্মৃতিক বন্দী কৰি ৰখাৰ এক... উপায়েই হৈছে ডায়েৰী বা দিন... লিখাৰ অভ্যাস গঢ়ি তুলিব লা... মানুহৰ জীৱনৰ সুখ-দুখৰ সম... মনৰ কথা একান্ত বাহকেই ... ডায়েৰী। ডায়েৰী লিখাৰ অভ্যাস গঢ়ি তোলাটো নিতান্তই প্ৰয়োজ... বুলি মই ভাবো। ই মানসিক তৃপ্তি দিয়াৰ উপৰিও মনৰ অশান্তি ... কৰে। নিজৰ মুখামুখি হৈ ভুলটো শুধৰোৱাৰ একমাত্ৰ উপায় ... ডায়েৰী। ডায়েৰীক নিজৰ একমাত্ৰ লগৰীয়া বুলি ক'ব পাৰি ... এক জীৱন যাপন কৰাত প্ৰেৰণা যোগায়। ▶▶▶



# নাৰী


● পুলপুলী শৰ্মা
সহকাৰী অধ্যাপক, অৰ্থনীতি বিভাগ


" নামাস্ত যত্র পুজ্যন্তে, পুজ্যন্তে সৰ্ব্বদেৱতা"

য'ত নাৰীক পূজা বা সন্মান কৰা হয়, তাতেই দেৱতা ূজিত হয়, অৰ্থাৎ সন্তুষ্ট থাকে।

ঋষি-মনীষীসকলৰ আখ্যান-উপাখ্যান অধ্যয়নৰ জৰিয়তে াৰীৰ নিদৰ্শন পোৱা যায়। কুৰুক্ষেত্ৰ যুদ্ধৰ পটভূমিত নাৰীৰ নিৰ্যাতিনৰ লশ্ৰুতিত এই যুদ্ধ ও অৰ্ধমৰ পৰাজয়। ঋকবেদৰ পৰা আৰম্ভ কৰি ল-দময়ন্তী উপাখ্যানলৈকে নাৰীৰ সম্পৰ্কে বহুতো তাৎপৰ্য্যপূৰ্ণ ইঙ্গিত পাৱা যায়। হিন্দুধৰ্মৰ নাৰীৰ জীৱনবোধৰ সাধনাৰে দক্ষতা ও প্ৰকাশ াই আহিছে। নিয়তীৰ পৰিকল্পনাৰে পুৰুষ আৰু নাৰীৰ যুগল মিলনত কলো সাধনাৰ ফলশ্ৰুতি নিৰূপিত হয়।

নাৰী বুলি ক'লেই আমাৰ মানসপটত ভুমুকি মাৰে ৰ্যশীলা, কষ্টসহিষ্ণুতা, ব্যস্ত এখন মুখ। সঁচাই যুগ-যুগৰে পৰা াৰীয়ে নানান ব্যস্ততাৰ মাজেদিয়েই দিন নিয়াইছিল চাৰিবেৰৰ ংসাৰৰ আবেষ্টনীৰ মাজতে। প্ৰকৃততে তেওঁলোকে ইচ্ছাও কৰিছিল বাহিৰৰ জগতখনলৈ ওলাই আহিবলৈ। ফলত বাহ্যিক গতখনৰ লগত তেওঁলোক পৰিচিত নাছিল আৰু বাহ্যিক জ্ঞানৰ ীয়া আছিল।

কিন্তু সময়ৰ সোঁতত আজি বহুতো নাৰী মুকলি মঞ্চলৈ লাই আহি নিজৰ ব্যক্তিত্বৰে নিজৰ স্বাধীনতা সাব্যস্ত কৰি পুৰুষৰ মৰ্যাদাৰ গৰাকী হৈছেহি। কিন্তু এটা কথা অস্বীকাৰ কৰিব নোৱাৰি , আগৰ নাৰী পাছ পৰি আছিল; মুলাগাভৰু, কনকলতা আদি ৰীসকল জ্বলন্ত চানেকী। তেওঁলোকৰ ত্যাগ আৰু মহানতাই আজি ৰীসকলৰ আদৰ্শ। স্বাধীনতা আন্দোলনত জপিয়াই পৰা কনক লতাৰ জাতীয় নিচান আজিৰ ভাৰতৰ আকাশত তিৰবিৰাই আছে। অতীতৰ ত্যাগৰ নিদৰ্শনেৰে নাৰী আজি বহু শিখৰত। ইতিহাসে গঢ়ছকি যোৱা ত্যাগৰ মূৰ্তি নাৰীসকলৰ ত্যাগৰ চানেকীৰ সাৰোগত কৰি বৰ্তমান পাছ পৰি থকা উশৃংখলতাবোৰক নিৰাময় কৰা উপায় হয়তু পাব পাৰিব।

*" হে মুক্তিকামী তুমি নাৰী,*
*জীৱনৰ মৰুত শান্তিৰ সিন্ধু তুমি,*
*শান্তিৰ নিজৰাৰে বোৱাই প্ৰেমৰ ধাৰা*
*প্লাবিত কৰা এই বিশাল ভূমি"*

এখন বলিষ্ঠ সমাজ গঠনৰ মুখ্য ভূমিকা ল'ব পাৰিব নাৰীয়েহে। কাৰণ সন্তানসকলৰ শাৰীৰিক, মানসিক আৰু আধ্যাত্মিকতাৰ শিক্ষণত সহায়ক হ'ব এগৰাকী মাতৃয়েই। বৰ্তমান যুৱ সমাজৰ উশৃংখলতাই বহুতক বিপথে পৰিচালিত কৰা দেখা গৈছে আৰু ইয়াক নিৰাময় কৰিব পাৰিব এগৰাকী মাতৃয়ে।

*"অবোধ সন্তানক কৰ্ম্মৰ প্ৰেৰণাৰে,*
*জাগ্ৰত কৰা নৰপুৰুষক;*
*মষিমুৰ কৰি দিয়া বিভেদৰ মলিনতা;*
*আত্ম সংস্কাৰৰ কৰি আৱাহণ।*

দুষিত বাতাবৰণৰ পৰা সন্তাসকলক সুস্থ পৰিবেশ গঢ়িতোলাৰ গধুৰ দায়িত্ব এগৰাকী নাৰীয়েই বহন কৰি আহিছে। এখন সঁচা সমাজ, সঁচা অনুভূতি, সঁচা মানৱীয়তাই বিস্তৃত লাভ কৰিলেহে সমাজখনৰ বিশৃংখলতা দুৰ হ'ব; ইয়েই হ'ব দুটা আখৰৰ অস্তিত্ব "নাৰী"

# সংগীতসূৰ্য ড° ভূপেন হাজৰিকাৰ গীতৰ কথাৰে



• জ্যোতিময়ী শইকীয়া
উচ্চতৰ মাধ্যমিক, প্ৰথম বৰ্ষ

ধৰিত্ৰীৰ বুকুত চামে চামে জীৱ আহি আছে গৈ আছে। এক নিৰবিচিন্ন সোঁত অৱিৰত ভাৱে বৈ আছে। এই জীৱ সোঁতক তিনিটা প্ৰধান সুতিঁত ভাগ কৰা হৈছে। মনুষ্য সুঁতি, পশুসুঁতি আৰু উদ্ভিদ সুঁতি। ইয়াৰ ভিতৰত মনুষ্য সুঁতিৰ অন্তৰ্ভূক্ত মানুহেই সকলোতকৈ শ্ৰেষ্ঠ। যিহেতু মানুহৰ নিজস্ব জ্ঞান, বিচাৰ-বিবেচনাৰ শক্তি আৰু বিবেক আছে। সেয়ে মানুহ আন জীৱতকৈ শ্ৰেষ্ঠ। প্ৰত্যেক মানুহে জন্মতে মহান হৈ নাহে। নিজৰ বিচাৰ বিবেচনা আৰু জ্ঞানেৰে কিবা এটা সৃষ্টি কৰি জনগণৰ মাজত দি থৈ যোৱাটো এক অদম্য হেঁপাহ থাকে। প্ৰকাৰ ভেদে সকলোৰে চিন্তা চৰ্চা বেলেগ বেলেগ। যিদৰে মহাপুৰুষ শংকৰদেৱে একতাৰ ডোলেৰে অসমীয়া জাতিক পাহাৰ ভৈয়াম একে কৰি, একেডাল এনাজৰীয়ে বান্ধিব বিচাৰিছিল। ঠিক তেনেদৰে জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, পাৰ্বতী প্ৰসাদ বৰুৱা আদিয়ে বৃহত্তৰ অসমীয়া জাতিক বিশ্ব দৰবাৰত চিনাকি কৰিব বিচাৰিছিল। আজিৰ এই লিখনিত যি গৰাকী বিশ্ব বৰেণ্য চিৰ নমস্য সংগীত সূৰ্য ড° ভূপেন হাজৰিকা, যি গৰাকী শিল্পীয়ে গীতৰ জৰিয়তে পাহাৰ ভৈয়াম একাকাৰ কৰি বিভিন্ন জাতি- উপজাতিক একেডাল এনাজৰীৰে বান্ধিব বিচাৰিছিল। গীতৰ যোগেদি জাতীয় চেতনা জগাই তুলিবলৈ তেওঁ অপ্ৰাণ চেষ্টা কৰিছিল। মাত্ৰ পাঁচ বছৰ বয়সতেই ১৯৩০ চনৰ ৩০ অক্টোবৰত কটন কলেজিয়েত হাইস্কুলৰ প্ৰাঙ্গণত অনুষ্ঠিত এখন ৰাজহুৱা সভাত প্ৰথম বাৰলৈ মঞ্চত গীত পৰিবেশন কৰি সাহিত্যৰথী ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা এটি চুমা আৰু আশিস লাভ কৰিছিল। নি জন্মভূমি অসমক তেওঁ নিজৰ জন্মদাত্ৰী আই সম জ্ঞান কৰি সেয়েহে তেওঁ অসমক লৈ এই গীতটি ৰচনা কৰিছে -

*'অসম আমাৰ ৰূপহী*
*গুণৰো নাই শেষ*
*ভাৰতৰে পূৰ্ব দিশৰ*
*সূৰ্য উঠা দেশ............'(১৯৬৯)*

বিশাল ব্ৰহ্মপুত্ৰ গিৰিৰাজ হিমালয়ৰ ওখোৰা মো ঠাল-ঠেঙুলিৰে ভৰা প্ৰাকৃতিক সৌন্দৰ্য্যৰ ৰম্য ভূমি অসমৰ ৰঙেৰে ভৰা ৰামধেনুৰ দৰে ইয়াৰ প্ৰতিটো ভাষাই এক মিলনৰ গঢ়ে। বিছিন্ন হ'ব খোজা আমাৰ জনজাতি ভাই-ভনীবোৰক গী এনাজৰীয়ে তেওঁ বান্ধিব বিচাৰিছে। অসম মাতৃ গুণৰ বৰ্ণ অপৰূপ এনে গীত অতি বিৰল।

জাতীয় জীৱনৰ চিন্তা ধাৰা তেওঁৰ গীতৰ মাজত ভাবে ফুটি উঠিছে। ১৯৬২ চনত চীনৰ আক্ৰমণৰ সময়ত, সৈন্য আহি যেতিয়া তেজপুৰ আক্ৰমণ কৰে; তেতিয়া তেওঁৰ ৰুগীয়া অৱস্থাত আছিল। এফালে শত্ৰুৰ হাতত দেশ মাতৃৰ কা অৱস্থা আৰু আনফালে মাতৃৰ অসুস্থতা। এনে এক দুদুল্যমান স তেওঁ গীতৰ জৰিয়তে নিজৰ অন্তৰত জাগ্ৰত হোৱা অনুভৱ এনে প্ৰকাশ কৰিছে -

*'বুকু হ'ম হ'ম কৰে মোৰ*

*আই!*
*কোনে নিদ্ৰা হৰে মোৰ*
*আই?*

তেখেতে এই গীতটি ১৯৬৩ চনত 'মণিৰাম দেৱান' কথাছবিৰ পৰৱৰ্তী 'কদালী' (হিন্দী কথাছবিত) লতাজীৰ কণ্ঠৰ লগতে নিজ কণ্ঠত বাণীবদ্ধ কৰিছে।

প্ৰকৃতিৰ ৰম্যকাননত দিহিঙে দিপাঙে ঘূৰি ফুৰাৰ সময়ত যি মুহূৰ্তত তেওঁ কিবা এটা ভাৱ আহে তাক তেওঁ গীতৰ আকাৰেৰে প্ৰকাশ কৰিব বিচাৰিছিল। ১৯৫৯ চনত শিলঙৰ বাটত বৈ নিৰ্জনতাৰ মাজত প্ৰকৃতিৰ মনোমোহা ৰূপ চাই থাকোতেই, পাহাৰৰ সিপাৰে এটা খাচিয়া গৰখীয়া ল'ৰাই পেঁপাত এটা সুৰ দি লাহে লাহে অদৃশ্য হৈ গৈছিল। সেই পেঁপাৰ সুৰটো তেওঁৰ কাণত বহুত সময় বাজি থাকিল। ভাবিলে কিবা মিঠা মিঠা লগা পেঁপাৰ সুৰটোত তেওঁ নিজস্ব ভাৱে গীতৰ মাধ্যমেৰে সুৰ দিয়াৰ চেষ্টা কৰি এই গীতটি লিখিছিল

*'কঁহুৱা বন মোৰ অশান্ত মন,*
*আলফুল হাতেৰে লোৱা সাৱটি.'*.....(১৯৫৯)

মানুহৰ সমাজত থকা জাতি বৰ্ণ ভেদাভেদৰ প্ৰাচীৰ ভাঙি সংকীৰ্ণ মনক গীতৰ জৰিয়তে বিশালতা প্ৰদান কৰিব বিচাৰিছিল। সেয়েহে অসমীয়া জাতি জনজাতি সকলোৱে আমি ভাই ভাই, আমাৰ মনত কোনো সংকীৰ্ণ ভাৱ নাই। সৰু সৰু সমাজৰ সৰু সৰু বিচাৰত ভেকুলীয়ে ৰ'ব লাজ পায়" "জীয়াই থাকি এখনি সমাজ গঢ়িবৰ মোৰ মন আছে" "য'ত সোণতকৈয়ো মানুহৰ দাম অলপ হ'লেও বেছি আছে" "আনক মাৰি ধন সাঁচিবলৈ গুৰুৱে শিক্ষা নিদিলে" আদি এনেদৰেই তেওঁ প্ৰত্যেকটো গীতত প্ৰত্যেকটো শব্দত একো একোটা বিশালতাই বিৰাজ কৰি আছে। তেওঁ সুদূৰ আমেৰিকা, ৰাচিয়া, জাৰ্মানি, আদি প্ৰত্যেকখন ঠাইলৈ গৈছিল যদিও নিজৰ জন্মভূমি অসমৰ কেঁচা মাটিৰ গোন্ধৰ প্ৰতি, অসমীয়া জাতিৰ প্ৰতি তেওঁৰ এক অনবদ্য হেঁপাহ আছিল।

ভূপেন হাজৰিকা দেৱৰ নিজৰ জাতিটোৰ প্ৰতি এক মৰমৰ মন আছিল। ব্ৰিটিছ সকল অসমীয়া মানুহৰ ওপৰত কৰা অত্যাচাৰ, শোষণ, নিষ্পেষণ আদি নিজ চকুৰে দেখাৰ পিছত তেওঁ স্থিৰেৰে থাকিব পৰা নাছিল। সেয়েহে মাথোঁ ১৬ বছৰ বয়সতে ব্ৰিটিছৰ বিৰুদ্ধে তেওঁৰ গীতৰ সহায়ত নিজৰ অন্তৰৰ ভাৱ এইদৰেই বহিঃপ্ৰকাশন ঘটাইছিল -

*'অগ্নিযুগৰ ফিৰিঙতি মই*
*নতুন অসম গঢ়িম*................(১৯৩৯)

গীতৰ মাজেৰে ড° হাজৰিকা দেৱে গোটেই বিশ্ব জয় কৰিব বিচাৰিছিল। গীতৰ মাজতেই তেওঁ বিচাৰি পাইছিল এক বিমল আনন্দ। অসমীয়া জাতিক তেওঁ গীতৰ জৰিয়তে বিশ্ব দৰবাৰত চিনাকি কৰি দিব বিচাৰিছিল। তেওঁ এই সংগীতৰ সুধা এক অবিৰত যাত্ৰা আছিল। কোনো দিনেই কোনো ঠাইত তেওঁ থমকি ৰোৱা নাছিল। গীতৰ যোগেদিয়ে তেওঁ প্ৰকাশ কৰিছিল এই অবিৰত যাত্ৰা -

*মই যেন আজীৱন*
*উৰণীয়া মৌ*
*জিৰাবৰ নাই*
*তৰু তৃণ*................(১৯৭৫)

ড° ভূপেন হাজৰিকাৰ গীত সমূহ এক কালজয়ী গীত। গীতসমূহ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ তিনিও কালকে সামৰি ৰচিত কৰিছিল। তেওঁৰ প্ৰত্যেকটো গীতৰ একো একোটা শব্দই মানুহৰ হৃদয় স্পৰ্শ কৰিছিল। সেয়েহে তেওঁৰ গীত সমূহ পুৰণি হৈয়ো যেন এক নতুনত্ব আছে। গীতৰ মাজত থাকিয়েই তেওঁ এক অনাবিল আনন্দ অনুভৱ কৰিছিল। সংগীতৰ পথাৰখনত বিশাল গীত সমূহো লহপহকৈ থাকি অসমীয়া জাতিক তেওঁৰ স্মৃতি সোঁৱৰাই থাকিব। বকুল বনৰ কবি আনন্দ চন্দ্ৰ আগৰৱালাই ১৯৬৮ চনত মাজুলীৰ বংশীগোপাল নাট্য মন্দিৰত অনুষ্ঠিত এখন ৰাজহুৱা সভাত ড° ভূপেন হাজৰিকাক 'সুধাকণ্ঠ' উপাধি প্ৰদান কৰিছিল।

*'আমি অসমীয়া*
*নহওঁ দুখীয়া*
*বুলি সান্ত্বনা*
*লভিলে নহ'ব*...............................(১৯৬৮)

অসমীয়া জাতিয়ে অসমীয়া বুলি গৌৰৱ কৰি হাত সাৱতি বহি থাকিলে অসম ৰসাতলে যাব বুলি তেওঁ গীতৰ মাজেৰে বৰ্ণিল প্ৰকাশ ঘটাইছে। এনে এজন বিশ্ব বৰেণ্য সংগীত সূৰ্য ড° ভূপেন হাজৰিকা অসমীয়া হিয়াৰ আমঠু বিশ্ববাসীৰ নয়নৰ মণি; সদায়েই তেওঁ প্ৰত্যেকৰে অন্তৰত জিলিকি থাকিব। তেখেতৰ মহানুভৱতা আমাৰ মাজত চিৰদিন জীয়াই থাকিব।▶▶▶

*সহায়ক গ্ৰন্থ ঃ*

- *ভূপেন হাজৰিকাৰ সৃষ্টি আৰু দৃষ্টি ঃ ৰবীন ভুঞা*




# মানৱ জীৱনত সংগীতৰ প্ৰভাৱ

● চন্দ্ৰাংশু বৰগোঁ
স্নাতক প্ৰথম যান্মাষিক (বাণি

আজিৰ পৃথিৱীত হয়তো এজনো এনে নোলাব যি সংগীত বেয়া পায়। সাধাৰণতে সংগীত বুলিলে মনলৈ আহে-সুৰ, লয় আৰু শব্দৰ এক মধুৰ মিলন, যাক শুনিলে শ্ৰোতাৰ মন প্ৰসন্ন হয়। শুনা যায় যে পৃথিৱীত মানুহে কথা ক'ব পৰাৰ বহু আগতেই গীত গাব জানিছিল। কিন্তু সেই সময়ৰ সংগীতবোৰ কেনেকুৱা আছিল সেইটো কোৱাতো ইমান সহজ নহয়। কিন্তু এই কথা নিঃসন্দেহে ক'ব পাৰি যে সৃষ্টিৰ পাতনিৰে পৰা মানৱ জাতিয়ে অন্তৰৰ আবেগ-অনুভূতি, হৰ্ষ-বিষাদ আদি প্ৰকাশৰ এটি প্ৰধান মাধ্যম হিচাপে সংগীতক ব্যৱহাৰ কৰিছিল।

প্ৰকৃততে গীত বাদ্য আৰু নৃত্যৰ সমন্বয়কে সংগীত বুলি কোৱা হয়। সংগীত শব্দটো প্ৰকৃতাৰ্থত 'সমগীত' শব্দৰ পৰাই উৎপত্তি হৈছে। সম মানে সৈতে বা একেলগে, গীত মানে গান। অৰ্থাৎ গাৱন, বাদন নৰ্ত্তন এই তিনি ক্ৰিয়াৰ সমাহাৰেই হৈছে সংগীত।

সংগীত মানৱ জীৱনৰ লগত ওতঃপ্ৰোত ভাবে জড়িত। সংগীত এনে এক প্ৰেৰণাদায়ক শাক্তি যি নিৰাশাৰ কলীয়া ডাৱৰ আঁতৰাই জীৱনত আশাৰ সঞ্চাৰ কৰে। বৰ্তমান যুগত সংগীতৰ প্ৰভাৱ দিনক দিনে বৃদ্ধি পাইছে। মানুহৰ জীৱনৰ নানা দুৰ্যোগ আৰু সংকটৰ মাজৰ পৰা ক্ষন্তেক শান্তিৰ পৰিবেশ ঘূৰাই পাবলৈ হ'লে আমি আজি সংগীতৰ আশ্ৰয়হে ল'ব লাগে। ই মানুহৰ মনৰ দুখ চিন্তা দূৰ কৰি স্বাস্থ্যৰ উন্নতি সাধন কৰে। মনটো পবিত্ৰ ভাবাপন্ন কৰি তোলে। কিন্তু নিত্য নিয়মিত সংগীত চৰ্চা আৰু সাধনাৰ দ্বাৰাহে এনেবোৰ সম্ভৱ হ'ব পাৰে। ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছে যে "মন আৰু প্ৰাণ দিও যাৰ সান্নিধ্য লাভ কৰিব নোৱাৰি, সংগীতৰ মাধ্যমেৰে তেওঁৰ চৰণ চুব পাৰি।"

শ্ৰীমন্ত শংকৰদেৱে যিদৰে অসমৰ বৈষ্ণৱ ধৰ্মৰ প্ৰথম আৰু প্ৰধান প্ৰৱৰ্তক সেইদৰে অসমৰ সংগীত কলাৰো প্ৰথম গুৰু আৰু প্ৰৱৰ্তক। মহাপুৰুষজনে সুকুমাৰ কলাৰ নিখুঁত সাধনাৰে অস ইমূৰৰ পৰা সিমূৰলৈ সকলো জাতি উপজাতিৰ মাজত সংগীত প্ৰ কৰি গ'ল।

বৰ্তমান সংগীত বিভিন্ন ক্ষেত্ৰত ব্যৱহাৰ হৈছে। বৰ্তম সংগীত শ্ৰৱণৰ আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু উপকাৰী দিশটো ই ইয়াৰ দ্বাৰা ৰোগ নিৰাময় কৰা। চিকিৎসা শাস্ত্ৰত অন্য থেৰা দৰে মিউজিক থেৰাপিকো অন্তৰ্ভূক্ত কৰা হৈছে আৰু এই বি পৃথিৱীৰ বিভিন্ন ঠাইত গৱেষণা আৰম্ভ হৈছে। ভাৰতত এই ক্ষে **"সংগীতৌষধ নাদানুসন্ধান সংস্থান"** আৰু চেন্নাইৰ **"ৰাগ বি চেন্টাৰ"** এই দুই প্ৰতিষ্ঠানে সংগীত চিকিৎসাৰ ক্ষেত্ৰত বহুতো উদ্‌ঘাটন কৰিছে।

সংগীত যে কেৱল মানুহৰ ওপৰতেই ক্ৰিয়াশীল নহয়। ইতৰ জীৱ-জন্তুহে নালাগে গছ-গছনিৰ ওপৰতো ইয়াৰ প্ৰ সুদূৰ প্ৰসাৰী। শ্ৰীকৃষ্ণ সম্বলিত কাহিনীবোৰত কৃষ্ণৰ বংশী ধ্ব বনৰ পশু-পক্ষী তথা গৰুবোৰো মোহিত হোৱাৰ কথা উল্লেখ আ গছ-লতিকাৰ ওপৰত সংগীতৰ প্ৰভাৱ সম্পৰ্কে আধু বিজ্ঞানীসকলে পৰীক্ষা কৰি তাৰ ইতিবাচক ফলাফল নিস্কাষণ ক পাৰিছে।

মুঠৰ ওপৰত সংগীত অবিহনে ইতৰ প্ৰাণী, গছ-গ উপৰি মানুহৰো কি ক্ষতি হ'ব পাৰে সেইতো এটা ভাবি চাবল বিষয়। এই সংগীত অবিহনে মনুষ্য যে যান্ত্ৰিক হৈ পৰিব সেই নিশ্চিত। গতিকে মনুষ্য মানৱীয় গুণেৰে সমৃদ্ধ হৈ সৃষ্টিশীল বিভিন্ন দিশত আদৰি অনাৰ লগতে ইয়াক চিৰ সতেজ আৰু কৰি ৰাখিবৰ বাবে সংগীতৰ প্ৰয়োজন অত্যাধিক। ▶▶▶

# যুৱ সমাজত ন-সংস্কৃতি

# সুৰা সংস্কৃতি

●● *সঞ্জীৱ দাস*

*স্নাতক পঞ্চম ষান্মাষিক (বাণিজ্য)*

আমি ব্ৰহ্মশক্তিক নিয়ন্ত্ৰণত ৰাখি সংকৰ্মত প্ৰয়োগ কৰিব লাগে। নিজৰ আদৰ্শ শুদ্ধ ভাৱে ৰাখি অনুকৰণ কৰাৰ উপৰিও আনকো অনুকৰণ কৰিবলৈ প্ৰেৰণা যোগাব লাগে। কৰ্ম জীৱনৰ আদৰ্শ হ'ব লাগে। যুৱ শক্তি-মহাশক্তি, ইয়াক একত্ৰিত কৰি আধ্যাত্মিক ভাৱেৰে উদ্বুদ্ধ হৈ সমাজক ধ্বংসৰমুখৰ পৰা ৰক্ষা কৰি উন্নতিৰ সপোনলৈ আগবঢ়াই নিবৰ বাবে যুৱক-যুৱতী সকলে প্ৰতিজ্ঞাবদ্ধ হৈ অগ্ৰসৰ হ'ব লাগে আৰু 'সুৰাপান' তেওঁলোকৰ জীৱনৰ পৰা, সমাজৰ পৰা চিৰ বৰ্জিত কৰিব লাগে। যিহেতু আজিৰ যুৱক-যুৱতী সকলৰ মনে প্ৰাণে সুৰাপানৰ সুৱাসৰ পয়োভৰ ইমানে দ্ৰুত গতিত বৃদ্ধি পাইছে যে এসময়ত জীৱনটো সম্পূৰ্ণ সুৰাৰ ওপৰতে নিৰ্ভৰশীল কৰি তুলিব লাগিব।

সাম্প্ৰতিক কালত যুৱক- যুৱতীৰ ক্ষেত্ৰত সভ্যতা সংস্কৃতিৰ, আমোদ প্ৰমোদৰ মূল্য সামগ্ৰী হৈ পৰিছে মদ, যাক কোৱা হয় 'সুৰা সংস্কৃতি'। মানৱ সমাজৰ দ্বন্দ খৰিয়াল, অপকৰ্ম, বেশ্যা কৰ্ম, আত্মনাশ, নাৰী নিৰ্যাতন আদিৰ বিষাক্ত বীজ- সুৰাপান আৰু সমজাতীয় খাদ্য ভক্ষণ। গুৰুজনে সুৰাৰ ক্ষেত্ৰত মন্তব্য কৰিছে--

*"জগতৰ মাজে আছে কত প্ৰাণী গণ।*
*আপোন ইচ্ছায়ে মাংস কৰয় ভোজন।।*
*কৰে সদা নাৰী সংগ আৰো মদ্য পান।*
*ই সবৰ নাহি জানা শাস্ত্ৰ পৰিধান।।*

"কদাপিতো নকৰিবা ই মদ্যক পান" 'সুৰাৰ লৈবা ঘ্ৰাণ' সুৰাৰ ঘ্ৰাণ লোৱাটো দোষণীয় নহ'ব পাৰে, কিন্তু পান কৰাটো কদাপিও হ'ব নোৱাৰে। সমাজত মানৱতা ৰক্ষা কৰিবলৈ সত্ব গুণী আহাৰ ভোজন আৰু সদাচাৰ পালনহে উপযুক্ত। মানৱতা ৰক্ষাৰ ক্ষেত্ৰত সুৰাপায়ী, চাতুকাৰ, চাণ্ডাল জাতীয় লোক প্ৰতিবন্ধক। এনেবোৰ সোণালী শব্দৰে উল্লেখিত মহৎ জ্ঞানৰ কথা আমি শৈক্ষিক জীৱনত নৈতিক, আধ্যাত্মিক বা পাঠ্যক্ৰমৰ শিক্ষাৰ জৰিয়তে ক্ষণে ক্ষণে পায়েই থাকো। কিন্তু আমাৰ যুৱক-যুৱতীয়ে সুৰাপানৰ বিৰুদ্ধে সতৰ্ক হোৱাৰ সলনি ইয়াক সমাজৰ এক নতুন সংস্কৃতিৰ ৰূপহে দিছে। মোৰ তেওঁলোকলৈ ভাতৃসম্বন্ধে এক প্ৰশ্ন কিয় তেওঁলোকে এই মৰণাত্মক আকোঁৱালি লৈছে? কিয়?

অত্যন্ত ঠাণ্ডা দেশৰ বাবে সুৰাপান দেহৰ সমতা ৰক্ষাৰ বাবে প্ৰয়োজনীয় হ'ব পাৰে, কিন্তু ভাৰতৰ দৰে গ্ৰীষ্ম প্ৰধান দেশত সুৰাৰ প্ৰয়োজন নাই। অতীত বৈদিক যুগত সোম ৰস ব্যৱহাৰ হৈছিল যদিও তাত বৰ্তমান সুৰাৰ গুণ বিশিষ্ট নহয়। সুৰাৰ নিচাই ৰমনী কাঞ্চনৰ প্ৰতি আগ্ৰহ জন্মায়, ফলত নাৰী নিৰ্যাতন, ধৰ্ষণ, হত্যা আদি মাৰাত্মক ঘটনা সংঘটিত হয়। সুৰায়ে উঠি অহা যুৱ সমাজক তিল তিলকৈ মৃত্যুৰ মুখলৈ নিছে। 'এইডছ'ৰ দৰে মহাব্যাধিৰ মূলতে 'সুৰা'।

ভগৱানে মানুহক এটি সৰ্বাংগ সুন্দৰ শৰীৰ, এটি পবিত্ৰ মন, শুদ্ধ ভাব অনুভূতি আদি দিছে। সৰ্বশ্ৰেষ্ঠ প্ৰাণী হিচাপে ভাল-বেয়া, উচিত-অনুচিত বিচাৰ কৰি চাই কৰ্মত আগবাঢ়িবলৈ অমূল্য ৰত্ন সদৃশ বিবেক বা বুদ্ধি মানৱক পৰমেশ্বৰে দান কৰিছে। দেহটোক ভাগৱত বা নামঘৰ বুলিব পাৰি। পবিত্ৰ দেহৰ বাবে তেওঁ প্ৰকৃতি জগতত নানাবিধ উপাদেয় খাদ্য সৃষ্টি কৰি থৈছে। মানৱ অমৃতৰ পুত্ৰ আৰু অমৃতময় দেহৰ বাবে উত্তম খাদ্যৰ প্ৰয়োজন। আহাৰৰ

লগত মনৰ সম্বন্ধ আছে। আহাৰৰ যোনী বিচাৰ মানৱৰ কৰ্তব্য হ'ব লাগে। আহাৰৰ গুণ অনুসৰি দেহৰ মনৰ লাওখন চলে। সাত্ত্বিক আহাৰে দেহ মনক শান্ত-সুৰল নিৰোগী, দীৰ্ঘায়ু কৰে, ৰাজসিক আহাৰে দেহ মনক বিলাসী উদ্বাউল, ওজস্বী কৰি তোলে আৰু তামসিক আহাৰে যেনে- মদ,মাংস,আদিয়ে দেহ-মনক বাতুল, লম্পত, কামুক, চঞ্চল, নিৰ্লজ, উদভ্ৰান্ত কৰি তোলে।

ভগৱানে মানুহৰ পৰা বহুত আশা কৰিছে আৰু তাৰ বাবে মানুহক বহুতো গুণ দান কৰিছে- মৰম, প্ৰেম-প্ৰীতি, দয়া, ক্ষমা, সহিষ্ণুতা, নম্ৰতা, সাধুতা, কৰুণা, ধৈৰ্য্য আদি। অৱশ্যে কু-প্ৰবৃত্তি সমূহো মানুহে লাভ কৰিছে। সেইবোৰ হৈছে কাম, ক্ৰোধ ,লোভ, মোহ, মদ, মাৎসৰ্য, মিছা, বেশ্যা আদি। সৎগুণ সমূহক নিবৃত্তি, অসৎ গুণ সমূহক প্ৰবৃত্তি বোলা হয়। দেহৰ ভিতৰত দুয়োবিধৰ প্ৰচণ্ড প্ৰতিক্ৰিয়া চলি থাকে। কুৰুক্ষেত্ৰ যুদ্ধও সেইখনেই। মানুহৰ কু-প্ৰবৃত্তি সমূহ অতি শক্তিশালী, তাতে যদি ৰাগীয়াল বস্তু সেৱন কৰা যায়, সিহঁত অতি পৰাক্ৰমী হৈ সৎ গুণাৱলীক গছকী ওপৰ উঠে আৰু কু-কৰ্মত প্ৰবৃত্ত হয়। কু-কৰ্মৰ ফল হয়- অশান্তি, মৃত্যু।

দেৱতা সকলৰ গুৰু বৃহস্পতি আৰু দৈত্য সকলৰ শুক্ৰাচাৰ্য। শুক্ৰাচাৰ্যই মৃতলোকক জীওৱাৰ সঞ্জীৱনী মন্ত্ৰ জানে, যিটো বৃহস্পতিয়ে নাজানে। দেৱতা সকলে বুদ্ধি কৰি বৃহস্পতিৰ পুত্ৰ কচক শুক্ৰাচাৰ্যই এই শিক্ষা দিয়াৰ ব্যৱস্থা কৰিলে। দৈত্য সকলে এই কাৰ্যত অসন্তুষ্ট হৈ ষড়যন্ত্ৰ কৰি কচক বধ কৰি ভষ্ম কৰে আৰু সেই ভষ্মৰে সুৰা তৈয়াৰ কৰি শুক্ৰাচাৰ্যক খুৱালে। শুক্ৰাচাৰ্যৰ জীয়েক দেৱযানীয়ে কচক ভাল পাইছিল আৰু দেৱযানীৰ অনুৰোধত দৈত্য গুৰুজনে সঞ্জীৱনী মন্ত্ৰ মাতি কচক জীয়াই দিয়াৰ লগে লগে তেওঁৰ গৰ্ভৰ পৰা মাত লগালে। অনুচৰবোৰে পি গুৰুক এনেদৰে ভষ্মসুৰা সেৱন কৰোৱাই শোচনীয় অৱস্থাত পা কাৰণ কচক পেটৰ পৰা উদ্ধাৰ কৰিলে শুক্ৰাচাৰ্যৰ মৃত্যু আৰু নুলিয়ালে তেওঁৰ জীয়েক প্ৰেমিকা দেৱযানীৰ মৃত্যু অনিবাৰ্য। এ মাত্ৰ আলাসৰ সন্তান দেৱযানীৰ বাবে কচক জীয়াই ৰাখিব লা উভয়ে সংকটৰ পৰা উদ্ধাৰ হ'বলৈ শুক্ৰাচাৰ্যই গৰ্ভস্থ কচক সঞ্জী মন্ত্ৰ সিকালে আৰু গুৰুৰ পেট ফালি কচ ওলাই আহিল শুক্ৰাচাৰ্যই ক'লে- "ভৱিষ্যতে মানৱ সমাজৰ মংগলৰ বাবে সম্পূৰ্ণ নিষিদ্ধ কৰিব লাগিব।" তেওঁ আৰু ক'লে " যি মা আজিৰ পৰা অজ্ঞানীৰ দৰে সুৰাপান কৰিব, তেওঁক তেতিয়াই এৰা দিব আৰু সেইজন সকলোৰে গৰিহণাৰ পাত্ৰ হ'ব। মো বচন জগতৰ সকলোৱে পালন কৰিব লাগিব।"

মাধৱদেৱে নামঘোষাৰ ২০৮ নং ঘোষাত কৈছে-

*"যতেক অনৰ্থ আছে সংসাৰত*
*তাতে তিনিবিধ সাৰ।*
*কাম ক্ৰোধ লোভ আপোন নাশন*
*জানি কৰা পৰিহাৰ।।"*

জগতত যিমানবোৰ অনৰ্থ আছে, তাৰ ভিতৰত ক্ৰোধ, লোভেই মূল। এই তিনি ৰিপু অতি বলৱন্ত, তাতে সান্নিধ্যত ইহঁত অত্যন্ত শক্তিশালী হৈ উঠে। ৰাগীয়াল বস্তুৰ বা শৰীৰৰ অনিষ্ট সাধন কৰে, সামাজিক আৰু পাৰিবাৰিক জী অশান্তি নমাই আনে। গতিকে আমি যুৱসমাজে এই সুৰাৰ প ক্ষেত্ৰত সতৰ্ক হওঁ তেন্তে হয়তো আমি এসময়ত আমাৰ স পৰাও এই সুৰাক চিৰ বৰ্জিত কৰিবলৈ সফল হ'ম।▶▶▶

---

■ সাজ-পোছাকে মানুহক ভদ্ৰ কৰি নোতোলে। সৎ চিন্তা আৰু সৎ শিক্ষাৰ দ্বাৰাহে এজন প্ৰকৃত ভদ্ৰলোক হ'ব পাৰে।

—মহাত্মা গান্ধী

■ জাতীয় সাহিত্য জাতীয় জীৱনৰ ধ্বৰণী মাখোন। যি জাতীয় জীৱন মুক্ত আৰু স্বাধীন, সেই জাতিৰ সাহিত্য মুক্ত আৰু স্বাধীন।

—লক্ষ্মীনাথ বেজবৰুৱা

■ যিজনৰ দৃষ্টিভঙ্গী সাৰ্বজনীন, সেইবাবে সাংস্কৃতিক শিক্ষাৰ আহিলা হিচাবে এটা উদাৰ আৰু বহল আদৰ্শ দাঙি ধৰি চেতনাহীন জাতীয়তাবাদৰ পৰা মানুহক মুক্ত কৰাত ই সহায় কৰিব পাৰে।

—এলবাৰ্ট আইনষ্টাইন

*সংগ্ৰাহক ঃ জীপম বড়া*



# অসমৰ ভাস্কৰ্য্য শিল্প

● মুনমী বুঢ়াগোঁহাই
স্নাতক প্ৰথম ষাম্মাসিক (বাণিজ্য)

অসমৰ নানান শিল্পৰ লগতে ভাস্কৰ্য্য শিল্প এক অন্যতম শিল্প। এই শিল্পৰ যোগেদি আন আন দেশৰ লগতে অসমৰো সংস্কৃতিৰ মান বৃদ্ধি পাইছে। ভাৰতৰ লগতে অন্য দেশবোৰৰ দৰে পুৰণি প্ৰস্তৰ যুগত অসমৰো সংস্কৃতিৰ ৰোপণ কৰিছিল। অসমত প্ৰায় খৃষ্টপূৰ্ব ১ম শতিকাৰ পৰা ২য় শতিকাৰ মাজভাগতেই শিলত নক্সাখোদিত কৰা শিল্পৰ আৰম্ভ হৈছিল। শ্ৰীসূৰ্য পাহাৰত থকা সুসজ্জিত সৰু সৰু শিলৰ স্তুপবিলাক আৰু অসমৰ তেজপুৰৰ ওচৰৰ দ' পৰ্বতীয়াৰ শিলত খোদিত স্মাৰকবিলাকেই অসমৰ ভাস্কৰ্য্যৰ উদাহৰণ।

অসমৰ ভাস্কৰ্য্যবিলাক মূলতঃ দুটা ভাগত ভাগ কৰা হৈছে। সেইকেইটা হৈছে-

১/ প্ৰাক আহোম যুগ

২/ আহোম যুগ

**১/ প্ৰাক আহোম যুগৰ ভাস্কৰ্য্য ঃ-** এই ভাস্কৰ্য্যৰ সময় ৫ম/৬ষ্ঠ-১১ শ শতিকালৈকে ধৰা হয়। এই ভাস্কৰ্য্যৰ উদাহৰণ হ'ল- তেজপুৰৰ ওচৰৰ দ-পৰ্বতীয়া গাঁৱত অৱস্থিত শিলৰ দুৱাৰ, সূক্ষ্ম কাৰুকাৰ্যৰে পৰিপূৰ্ণ এই দুৱাৰখনি অসমৰ ভাস্কৰ্য্য শিল্পৰ এক উৎকৃষ্ট নিদৰ্শন আৰু এইখনেই অসমৰ প্ৰাচীনতম ভাস্কৰ্য্য।

ইয়াৰ বাহিৰেও প্ৰাক্ আহোম যুগৰ ভাস্কৰ্য্য অসমৰ বিভিন্ন ঠাইত দেখিবলৈ পোৱা যায়। বিশেষকৈ গুৱাহাটীৰ কামাখ্যা পাহাৰ, শুক্ৰেশ্বৰ পাহাৰ, গুৱাহাটীৰ উত্তৰ পাৰৰ অশ্বক্লান্ত মন্দিৰ, নগাওঁ জিলাৰ অন্তৰ্গত ডবকা, দেৱস্থান, গোলাঘাট মহকুমাৰ দেওপানী, গোলাঘাট মহকুমাৰ নুমলীগড় পাহাৰ আৰু কামৰূপ জিলাৰ বাইহাটা চাৰিআলিত দেখিবলৈ পোৱা যায়।

এই ভাস্কৰ্য্য শিল্পসমূহত ভৈৰৱ মূৰ্তি, বেণু গোপাল মূৰ্তি, বিষ্ণু, দুৰ্গা, শিৱ আদিসকলৰ মূৰ্তি খোদিত আছে। গুৱাহাটীৰ কামাখ্যা পাহাৰৰ ভাস্কৰ্য্যবোৰৰ সময় ৮ম শতিকাৰ পৰা ১৬শ শতিকালৈ, আনহাতে নগাঁও জিলাৰ অন্তৰ্গত ডবকা, দেৱস্থান আদি ভাস্কৰ্য্য শিল্পসমূহৰ সময় ৯ম-১০ম শতিকাৰ বুলি ধৰা হৈছে।

গোলাঘাট মহকুমাৰ নুমলীগড় পাহাৰ উন্নত মানৰ ভাস্কৰ্য্যৰ ভঁৰাল। ইয়াত উৰি থকা অৱস্থাত হাঁহিৰে ভৰা অপ্সৰাসকলৰ কেইখনমান মুখৰ আকৃতিয়ে দৰ্শকক আপ্লুট কৰি পেলায়। ইয়াৰ উপৰিও গোৱালপাৰা জিলাৰ সূৰ্য পাহাৰত বহুতো ভাস্কৰ্য্য শিল্পৰ মূৰ্তি পোৱা গৈছে। এই মূৰ্তিবোৰেই অসমৰ প্ৰাক্ আহোম যুগৰ উৎকৃষ্ট ভাস্কৰ্য্যৰ উৎকৃষ্ট নিদৰ্শন।

**২/ আহোম যুগ ঃ-** অসমৰ ইতিহাসত ১৩ শ শতিকাৰ পৰা ১৫ শ শতিকালৈ আন্ধাৰ যুগ বুলি কব পাৰি। সেই সময়ছোৱাত নানান ধৰণৰ অৱস্থাৰ অৱনতি ঘটিছিল। বিশেষকৈ ৰাজনৈতিক, আৰ্থিক আৰু আধ্যাত্মিক দিশৰ ফালৰ পৰা, দেশৰ এনেকুৱা অৱস্থাত কৃতী শিল্পীসকল লোপ পায়। ফলত ভাস্কৰ্য্য শিল্পৰ অৱনতি ঘটে। পনৰ ১৬ শ শতিকাত আহোম আৰু কোচ বংশৰ শক্তিশালী ৰজাসকলে শান্তি শৃঙ্খলতা ঘূৰাই আনে। এইসকলৰ জৰিয়তে পুনৰ মঠ মন্দিৰ আৰু ভাস্কৰ্য্য শিল্পসমূহ গঢ়ি উঠে। এই নিৰ্মিত ভাস্কৰ্য্য মূৰ্তিবোৰ শিল আৰু পোৰামাটিৰে নিৰ্মিত। আহোম নিৰ্মিত ভাস্কৰ্য্য মূৰ্তিসমূহ অসমৰ ভিন্ ভিন্ ঠাইৰ মন্দিৰৰ গাতো পৰ্যবেক্ষণ কৰিবলৈ পোৱা যায়।

অসমৰ ভাস্কৰ্য্য শিল্পৰ ক্ষেত্ৰত বৰ্তমান কেন্দ্ৰীয় চৰকাৰেও গুৰুত্ব প্ৰদান কৰিছে। যাৰ বাবে ভাস্কৰ্য্য শিল্পসমূহৰ সংৰক্ষণৰ ব্যৱস্থা গ্ৰহণ কৰিছে। এই সংৰক্ষণ ব্যৱস্থাৰ যোগেদিয়েই নতুন প্ৰজন্মই ভাস্কৰ্য্য শিল্পৰ প্ৰতি আগ্ৰহী হোৱা দেখা গৈছে। ভাস্কৰ্য্য শিল্পৰ যোগেদিয়েই নৱ প্ৰজন্মই নিজকে গঢ়ি তুলিবলৈ সক্ষম হৈছে।▶▶▶

*(সহায় লৈ)*

# ফঁকৰা যোজনাত অসমীয়া জনজীৱনৰ প্ৰতিচ্ছবি

● পিংকি
*Leb Instructor B.C.A. & P.G.D.C*

আন আন ভাষাৰ দৰে অসমীয়া সাহিত্যতো ফঁকৰা যোজনা প্ৰবচনৰ বহুল ব্যৱহাৰ দেখা যায়। এই ফঁকৰা যোজনাসমূহ অসমীয়া ভাষা সাহিত্যৰ এক অপুৰুণীয়া সম্পদ, প্ৰবচনসমূহত প্ৰতিফলিত হয় মানুহৰ অভিজ্ঞতালব্ধ জ্ঞান, সমাজৰ চলিত ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, জীৱনৰ প্ৰতি দৃষ্টিভংগী। বহুত ফঁকৰা যোজনা আছে যিবোৰ আকৌ প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে তাৰ মাজত সুমুৱাই ৰাখে এটা কথা বা কাহিনী, কেতবোৰ আকৌ উপদেশমূলক, প্ৰবচনবোৰৰ বহুতকে প্ৰাজ্ঞোক্তি বুলিও কোৱা হয়।

ড° মহেশ্বৰ নেওগে ফঁকৰা যোজনাক এক লোক সাহিত্য বুলি কৈছে। বেণুধৰ ৰাজখোৱাৰ অসমীয়া খণ্ড বাক্যকোষৰ ভূমিকাত তেখেতে লিখিছে- "এইদৰে প্ৰবচনৰ বুকুত কত শতিকাৰ জ্ঞান আৰু পৰ্যবেক্ষণ ৰক্ষিত হৈছে। যিবোৰে লোক প্ৰজ্ঞাৰ (folklore) সুক্ষ্ম সমষ্টি। আন আন সাহিত্যৰ দৰে সেই প্ৰজ্ঞাৰ স্বতঃস্ফুৰ্ত প্ৰকাশ, জীৱনৰ টিপ্পনী, লোক সাহিত্যৰ দৰেই তাৰ প্ৰকাশৰ ৰূপো সৰল"।

এই খিনিতে ফঁকৰা যোজনাৰ সংজ্ঞা সম্পৰ্কে আন পণ্ডিতসকলৰ মতবো অলপ আভাস দিয়া ভাল হ'ব। ফঁকৰা যোজনা বা পটন্তৰ এই শব্দকেইটাৰ ব্যাখ্যা হেমচন্দ্ৰ বৰুৱাই এনেদৰে কৰিছে-

ফঁকৰা, (বাং ফিকৰা, এৰ্ফাকি কথা) নীতি শিকোৱা বা কোনো কথাৰ উদাহৰণ বা দৃষ্টান্ত দেখুওৱা দুই বা অধিক ফাঁকি কথা; যেনে- ঠাই দিবৰ গুণ, টপটপি শুন, an adage, amaxim, etc যোজনা (সংযোজন, মিলোৱা) যোজনা, দৃষ্টান্ত, পটন্তৰ তাক কোনো এক বিষয়ত যোজনা কৰা বা লগোৱা যায়; যেনে - 'অবুজনক বু ঢেকুৰা ঠাৰি সিজোৱা' অৰ্থাৎ ঢেকুৰা ঠাৰি সিজোৱা যেনে টান বু নোখোজা মানুহক বুজোৱা তেনে, a proverb, adage.

পটন্তৰ (অং, পট, প্ৰতিমূৰ্তি, সাদৃশ্য) কোনো এক উপদেশ দিয়া এফাঁকি বা দুফাঁকি কথা, তাত প্ৰায়ে উপদে বুজাবৰ কাৰণে এটা তুলনা থাকে, এতেকে সেই নাম- 'অবুজনক বুজুৱা, ঢেকুৰা ঠাৰি সিজোৱা; ইয়াত ঢেকুৰা শাকৰ সিজোৱা যেনে টান, অবুজনক বুজোৱাও তেনে টান, এই শি আছে, সেইদৰে 'শুই থকা শিয়ালে হাঁহ ধৰিব নোৱাৰে' এলেহুৱা মানহে কোনো ভাল কাম কৰিব নোৱাৰে; দৃষ্টান্ত, উপ proverb, a smile ঠিক তেনেদৰে টেঙা আম এবাৰহে পাৰি, আপোন ভালেই জগত ভাল, ভুকুতে কল নপকে, অগ্নি ভয়ংকৰী, হৰিণাৰ মাংসই বৈৰী।

এনচাক্লপিডিয়া ব্ৰিটেনিকাৰ ব্যাখ্যা হৈছে 'একোটা স ঘৰুৱা বাক্যৰ গঢ়ত জীৱনৰ প্ৰতি চোকা সমালোচনা প্ৰকাশ ক একপ্ৰকাৰ লোক-সাহিত্য বা তাৰ পৰৱৰ্তী অনুকৰণ (a form falk-literature, or its later imitation, expressing in form of a simple, homely sentence, a pung criticism of life)।

(ড° মহেশ্বৰ নেওগৰ দ্বাৰা উদ্ধৃত, পুৰ্বোক্ত গ্ৰন্থৰ ভূমি সপ্তদশ শতিকাৰ হাৰ্বেলৰ সংজ্ঞামতে- 'Proverb ৰ তিনিটা

ortness, Sense, Salt লৰ্ডবাছেলৰ সংজ্ঞা হ'ল- 'The isdom of many and wit of one; এজনৰ সহজ বুদ্ধিজাত ৰ্জিনৰ জ্ঞানসম্পদ।

ফঁকৰা যোজনা বা প্ৰবচনবোৰৰ বৈশিষ্ট্য হৈছে যে যিবোৰক ৰ্ণাংগ বাক্যত সাধাৰণতে ব্যৱহাৰ কৰা নহয়। কেতিয়াবা দুই এটা দৰে, কেতিয়াবা এটা অৰ্থঘন চুটি বাক্যৰে প্ৰকাশ কৰা হয় একোটা ত্ৰ, একোটা দৃষ্টিভংগী, মানৱ চৰিত্ৰৰ একোটা দিশ বা একোটা গতিয়াল উপদেশ— উদাহৰণস্বৰূপে 'নাচহি দে'লে গাঁলৈকে টি' 'অচিন কাঠৰ ঠোৰা নলগাবা' 'শুই থকা শিয়ালে হাঁহ ধৰিব াৰাৰে', 'কথাত কটা যায় কথাত বটা পায়' 'হস্তীৰো পিছলে পাৰ জনৰো বুৰে নাও' 'এশ গৰু মাৰিলে বাঘৰো মৰণ' 'উপকাৰীক জগৰে খায়' 'অধিক মাছত বগলী কণা' 'ফিৰিঙতিৰ পৰা খাণ্ডৱ হ' ইত্যাদি...।

মানৱ চৰিত্ৰৰ বিষয়ত 'চোৰে নেৰে চোৰ প্ৰকৃতি কুকুৰে নেৰে ই, যাৰ যি প্ৰকৃতি মৰিলে লগত যায়', 'এলাগীয়ে ভাঙিলে কতৰা, গাঁও পালেগৈ বতৰা', 'লাগীয়ে ভাঙিলে কাঁহি, থলে মিচিকিয়াই হি', গড়গঞা মিতিৰৰ ভাও, মুখে কৰে থাক থাক ভৰিৰে হেচোকে ও', 'বাইজে নখ জোকাৰিলে নৈ বয়', 'চোৰ গ'লে বুদ্ধি বৰঘুণ লে জাপি', 'অতি ভক্তি চোৰৰ লক্ষণ', 'অভ্যাসৰ নৰ কৰ্ণপথে ৰে শৰ', 'যি মুলা বাঢ়ে তাৰ দুপাততে চিন', 'যত্ন কৰিলে ৰত্ন য়', আদি উল্লেখনীয়।

এই ফঁকৰা যোজনা প্ৰবচনবোৰে আকৌ এইবোৰ ৰচিত হোৱা ৰ মানুহৰ দৃষ্টিভংগীৰো সম্যক আভাস দিয়ে, উদাহৰণস্বৰূপে ৰুতা চিকুণ কিলে, কটাৰী চিকুণ শিলে, 'সুতিৰি ফেদেলি' আদিৰ ৰ প্ৰবচনবোৰে নাৰীৰ প্ৰতি সেই সময়ৰ পুৰুষৰ দৃষ্টিভংগীৰ পৰিচয় য়। এনে দৃষ্টিভংগী গ্ৰহণযোগ্য নহ'লেও, সি তৎকালীন সামাজিক ্যবোধৰ প্ৰতিফলন, এক প্ৰচ্ছন্ন ৰূপত এনে দৃষ্টিভংগী অৱশ্যে তিয়াও বিৰল নহয়।

প্ৰতিবেশী সুলভ সম্পৰ্কৰ বিষয়ত প্ৰবচন বিলাকৰ ভূমিকা কৰিবলগীয়া, সমাজ জীৱন সুস্থিৰ ভাবে চলি থাকিবলৈ হ'লে ন সমাজৰ সভ্য সকলৰ মাজত পাৰস্পৰিক সহায় সহানুভূতি পৰিহাৰ্য, আৰু তেনে সহায় সহানুভূতি সম্ভাৱ প্ৰকাশিত হয় নকৈ প্ৰতিবেশীৰ লগত থকা সম্পৰ্কৰ ভিতৰদি, প্ৰতিবেশীৰ তি কেনে মনোভাৱ হ'ব লাগে এই প্ৰৱচনবোৰত সুন্দৰভাৱে প্ৰকাশ ছে, যেনে- 'ওলাই দেখিবা যাক শত্ৰু নাভাবিবা তাক', আকৌ কলে প্ৰতিবেশীৰ প্ৰতি কোনো সহৃদয়তা নেদেখুৱায় সেইসকলক ৃপ কৰা হৈছে একো একোটা যোজনাত। তেনে এটা যোজনা ছে 'মুখে মুখে ঘৰ, সোধো সোধো বুলি গ'ল তিনিবছৰ, সখী তোমাৰ এৰিলেনে জ্বৰ।'

কিছুমান যোঁজনাত আকৌ ওপৰ শ্ৰেণী, খাটি-খোৱাসকলৰ শ্ৰমৰ ওপৰত বৰ্তি থকা ৰঘুমলা শ্ৰেণীটোৰ প্ৰতি সাধাৰণ মানুহৰ স্বভাৱজাত বিৰূপতা প্ৰকাশ কৰা হৈছে আৰু সেইসকলৰ প্ৰতি বিদ্ৰূপৰ বাণ নিক্ষেপ কৰা হৈছে। তাৰ যোগেদি সাধাৰণ মানুহৰ শোষক শ্ৰেণীৰ প্ৰতি থকা ক্ষোভ প্ৰকাশ কৰা হৈছে। 'হাঁহৰ ওপৰত-শিয়াল ৰজা, পোতাপুখুৰীত বাকেই ৰজা', হলা গছত বাগি কুঠাৰ মৰা', 'ডাঙৰৰ লীলা, সৰু হ'লে ধৰি বান্ধি কিলা'। এনেধৰণৰ প্ৰবচনবোৰে দুৰ্বলীৰ ওপৰত বলীৰ শক্তিৰ প্ৰয়োগ নিখুঁতভাবে প্ৰকাশ কৰাৰ লগতে দুৰ্বলীৰ ক্ষোভৰো আভাস দিয়ে।

মানুহৰ কেতবোৰ চাৰিত্ৰিক বৈশিষ্ট্য, কৰ্ম-কুশলতা কাম কথাত প্ৰকাশ কৰিবলৈ ইবোৰত চৰাই, চিৰিকতি, জন্তু, আদিৰ স্বভাৱ লক্ষণৰ সহায় লোৱা হয়। 'চিলনীৰ জীয়েক, চিলনীৰ সাঁতোৰ, চুকৰ ভেকুলী, চুঙাৰ বাদুলী, চেলকণা মাছ, চিলাহি ঠাপমৰা' আদি যোজনা এই শ্ৰেণীৰ।

সময়ৰ বিভিন্ন অৱস্থা বৰ্ণাবলৈ, কামৰ সময়ৰ জ্ঞান দিবলৈ কেতবোৰ সুন্দৰ পটন্তৰ প্ৰয়োগ কৰা হয়। যেনে - 'গাৰ নোম নেদেখা পৰ', ( ইয়াত সাজ লগা সময়ৰ ৰূপ বৰ্ণাইছে। সেই সময়ত গাৰ নোমডালো চকুৰে নেদেখা হয়), 'তিনিচকমকাৰ বেলি কোনে মাৰে চপৰা ডলি' (সন্ধ্যা সময় মানুহে কালসন্ধ্যা বুলি গণ্য কৰে। সেইকাৰণে এই সময়ত চপৰা দলিওৱা অশুভ) 'তিনি চমকত এন্ধিছে তাঁত পৈয়েকে নিছে উজুতিত দাঁত' অসময়ত কাম কৰিলে ভাল ফলাফল পোৱা নাযায়, এই কথা বুজোৱা হৈছে। এনে পটন্তৰ শিক্ষামূলক।

কেতবোৰ ফঁকৰা যোঁজনাত নাৰীক তুচ্ছ স্থান দিয়া হ'লেও আন কেতবোৰত আকৌ নাৰীক গুৰুত্ব দিয়া হৈছে। যেনে- 'তিৰোতাৰ কপালে ধন, পুৰুষৰ কপালে জন।' এই পৰ্য্যায়ৰ আন এটি যোঁজনাত অসমীয়া শিপিনীৰ কুশলতা প্ৰকাশিবলৈ তেওঁলোকে হাঁতে শুকোৱা মঠিত লুকুৱা কাপোৰ ব'ব পৰাৰ কথা কোৱা হয়, আমাৰ শিপিনীয়ে হাতৰ মুঠিতে লুকুৱাব পৰা আৰু হাঁতে শুকাব পৰা মিহি সূঁতাৰ কাপোৰ বৈ মানুহক চমক খুৱাব পাৰিছিল, অসমীয়া তিৰোতাৰ সূতা কাটিব জনাটো এটা ডাঙৰ আৰু আৱশ্যাকীয় গুণ বুলি বিবেচিত হৈছিল। 'চিকাই কৰিলে চিক, এড়ী মুগাই যি লাগে কৰিলে সূতা কাটিবলৈ শিক', যোঁজনা তাৰেই অভিব্যক্তি বুলিব পাৰি।

কেতিয়াবা স্বামী-স্ত্ৰীৰ মাজত ওখনা-ওখনি লাগে। পাৰিবাৰিক জীৱনত মাজে-সময়ে ই ঘটি থকা কথা। সেই জীৱনৰ দায়তে মিটমাটো হ'ব লাগে, হয় এটা পক্ষৰ উদ্যোগত। 'ঘৰৰ ঘৈনী

ল'ৰাৰ মাক, তোক নামাতি মাতিম কাক'। এইষাৰ যোজনা তাৰেই সুন্দৰ চানেকী। সেইকালত অসমীয়া ছোৱালী দেখহি-শুনহি বলে শকতিয়ে বোলে লেখত ল'ব লগা আছিল। তলৰ যোজনাত সেয়ে প্ৰকাশ পাইছে-

*"পাতক কালতে আছিলা এজনী*
*ভুকুতে ভাঙিছিলা বেল,*
*কেচাঁ সৰিয়হ মুঠিত চেপামাৰি*
*মুখত ঘঁহিছিলা তেল।"*

বৈষ্ণৱ যুগৰ কবিসকলে ৰামায়ণ, মহাভাৰতৰ কাহিনীবোৰ এৰাওঁতে ফকৰা যোজনাবোৰৰ প্ৰকাশিকা শক্তিৰ বাবে যিবোৰক বহুলভাৱে ব্যৱহাৰ কৰিছিল, বিষয়বস্তু মনোগ্ৰাহী কৰাৰ উদ্দেশ্যৰে, বিশেষকৈ লোক সমাজৰ প্ৰতি লক্ষ ৰাখি 'ফেঁচালৈ ফেঁচী, ইন্দ্ৰলৈ শচী, তাৰকা বাৰুনী, জৰাসন্ধৰ দেৱতাই লম্ভা, (ইয়াত জৰক অসুৰৰ ৰজা জৰাসন্ধৰ লগত বিজোৰা হৈছে)।

সময়ে বাগৰ সলায়, শাসনৰ পৰিবৰ্তন হয়, ফকৰা যোজনাত সেই পৰিবৰ্তনৰ আচোঁৰ পৰে, পৰিবৰ্তিত অৱস্থাৰ গোন্ধ তাত লাগি থাকে। আহোম শাসন প্ৰতিষ্ঠা হোৱাৰ পিছত এটা সময়ত যেতিয়া গড়গাঁৱলৈ ৰাজধানী আহিল তেতিয়া সমাজ জীৱনৰ সৰ্বক্ষেত্ৰতে গড়গাঁৱৰ প্ৰভাৱ বিয়পি পৰিল। লোকাক্তিবোৰত গড়গাঁৱে ঠাই উলিয়াই ল'লে। 'ইয়াতে মাৰিলে টিপা গড়গাঁও পালেগৈ শিপা', 'নগৈ গড়গাঁৱৰ বাতৰি কোৱা', 'গড়গঞা মিতিৰৰ ভাও' আদি যোজনাবোৰ সেই প্ৰভাৱৰে উদাহৰণ। মুঠতে এই যোজনা প্ৰৱচনবোৰত আমি যিবোৰৰ উৎপত্তিৰ সময়ৰ সমাজৰ আৰু তাৰ ধ্যান-ধাৰণাৰ, তাৰ মানসিকতাৰ পৰিচয় পাওঁ। পূৰ্ণাংগৰূপত নহ'লেও খণ্ডিত ৰূপত, লোক প্ৰজ্ঞায়ো সিবোৰত সঘনে ভুমুকি মাৰে। এইবোৰ আমাৰ আপুৰুগীয়া সম্পদ।

পৃথিবীৰ সকলো দেশতে এনে প্ৰবাদ বাক্য; প্ৰৱচনৰ প্ৰচলন আৰু ব্যৱহাৰ বিভিন্ন দেশৰ ভাষাত হৈ আহিছে। ইংৰাজীও তাৰ ব্যতিক্ৰম নহয়। অৱশ্যে আধুনিক জীৱনৰ ব্যতিক্ৰমধৰ্মী প্ৰভাৱত সিবোৰৰ ব্যৱহাৰ লাহে লাহে কমি আহিছে। ▶▶▶

- জ্ঞানসম পবিত্ৰ বস্তু আৰু একো নাই। জ্ঞানৰ সহায়ত বিশ্ব জয় কৰিব পাৰি।

  —মাদাৰ টেৰেছা

- অনৈক্যৰ মাজত ঐক্য বিচাৰি পোৱাটোৱেই জ্ঞান।

  —স্বামী বিবেকানন্দ

- জ্ঞানী আৰু মহৎলোকৰ প্ৰধান লক্ষণ হ'ল এই যে কোনোবাই তেওঁলোকক ঘৃণা আৰু প্ৰতাৰণা কৰিব পাৰে বুলি কেতিয়াও সন্দেহ নকৰে।

  —ডঃ চেমুৱেল জনছন

- নিজে নিজক লৈ গৰ্ব কৰিলে মানুহৰ প্ৰশংসা বা সমাদৰ লাভ কৰিব নোৱাৰি।

  —শ্বেক্সপীয়েৰ

- জ্ঞানৰ অহংকাৰ কৰা আৰু তলৰ শ্ৰেণীৰ মানুহক হেয় জ্ঞান কৰা উচিত নহয়। কাৰণ সাধাৰণ মানুহকো ঈশ্বৰে এনে কিছুমান জ্ঞান প্ৰদান কৰিছে, যিবোৰ জ্ঞান বৰ বৰ মানুহে পোৱা নাই।

  —ৰ'জাৰ বেকন

- অজ্ঞানী হোৱাতকৈ মগনীয়া হোৱাই শ্ৰেয়, কাৰণ মগনীয়াৰক কেৱল অৰ্থ লাগে, কিন্তু অজ্ঞানীক মানৱতাৰ প্ৰয়োজন।

  —এৰিষ্টটল



# লক্ষ্মীকান্ত মহন্তদেৱৰ সৈতে একেষাৰ

সাক্ষাৎ গ্ৰহণ

● ৰাজীৱ লোচন সাউদ

*(বেতবাৰী হাইস্কুলত এসময়ত শিক্ষকতা কৰা লক্ষীকান্ত মহন্তদেৱে প্ৰথম অৱস্থাত সৰুকৈ প্ৰতিষ্ঠা কৰা ইণ্ডাষ্ট্ৰিয়েল আৰ্ট নামৰ উদ্যোগটি আজি শিৱসাগৰ জিলাৰ এক অন্যতম ব্যৱসায়িক প্ৰতিষ্ঠান। সামাজিক ভাৱে দায়বদ্ধ মহন্তদেৱ এজন অতি উদাৰ আৰু উচ্চাকাংক্ষী মনৰ ব্যক্তি। তেখেতৰ নেতৃত্বত ভালেকেইটা অনুষ্ঠানৰ জন্ম হৈছে। জীৱনৰ ৮০ টা বছৰ পাৰ হোৱাৰ পাছতো তেওঁৰ কৰ্মসম্পাদনৰ যি আদৰ্শ সেয়া আমাৰ অনুকৰণীয় হোৱা উচিত। এনে এজন মহান ব্যক্তিৰ সৈতে এক আছুতীয়া সাক্ষাৎকাৰ।)*

ৰা : চাৰ নমস্কাৰ

ল : নমস্কাৰ

ৰা : আপুনি ব্যৱসায়ৰ পথ কিয় বাছি লৈছিল?

ল : এটা ব্যৱসায়ৰ জৰিয়তে কৰ্মসংস্থাপন দিব পাৰি। লগতে দেশৰ অৰ্থনৈতিক উন্নতি সাধন কৰিব পাৰি। এই উদ্দেশ্যকে সাৰোগত কৰি, মই ব্যৱসায় কৰাৰ কথা ভাবিলো।

ৰা : এই ক্ষেত্ৰত আপুনি কৰ পৰা প্ৰেৰণা পাইছিল?

ল : এই ক্ষেত্ৰত মই মোৰ মামাৰ পৰা পোনপটীয়াকৈ প্ৰেৰণা পাইছিলো। মোৰ মামা এজন ব্যৱসায়ী আছিল আৰু তেওঁৰ ব্যৱসায়ৰ জৰিয়তে বহুতো লোকক কৰ্ম সুবিধা দিছিল। তেতিয়াৰ পৰা মই ব্যৱসায়ৰ প্ৰতি আগ্ৰহী হ'লো।

ৰা : আপোনাৰ ব্যৱসায়ৰ পৰিসৰ আৰম্ভণিতে কেনেধৰণৰ আছিল?

ল : বেতবাৰী হাইস্কুলত শিক্ষকতা কৰি থকা সময়তে শিল্প-উদ্যোগৰ প্ৰাথমিক জ্ঞানকে আধাৰ কৰিলৈ মাত্ৰ ৬০.০০ (60/) টকা মূলধনেৰে মই এটা ব্যৱসায় আৰম্ভ কৰিলো। স্কুলৰ পৰা আহি বিয়লি ৪ (4) বজাৰ পৰা ১০ (10) মান বজালৈ ব্যৱসায়ৰ কাম-কাজত কঠোৰ পৰিশ্ৰম কৰিছিলো। চাইনবোৰ্ড (Signboard), ব্লেকবোৰ্ড (Blackboard), ডাষ্টাৰ, চাইকেলৰ টিকট, গাড়ীৰ নম্বৰ প্লেট লেখা কামেই আছিল ব্যৱসায়টোৰ আৰম্ভণি পৰিসৰ।

ৰা : আপুনি সৰুকৈ আৰম্ভ কৰা উদ্যোগটোৱে কেনেকৈ প্ৰসাৰতা লাভ কৰিলে?

ল : উদ্যোগটোৰ আৰম্ভণিৰ কিছু দিনৰ পিছত শিৱসাগৰ কলেজৰ উপাধ্যক্ষ পৰাগধৰ চলিহাদেৱে আহি ১৭০০ টকাৰ এটা মূল্যবান অৰ্ডাৰ (বৰ্তমান সময়ত যাৰ মূল্য কমেও ২,০০,০০০ টকা) দি যায়। তেওঁ মাজে মাজে চাইন বোৰ্ড লগোৱা কামৰ অগ্ৰগতিৰ বুজ ল'বলৈ আহে আৰু দিহা পৰামৰ্শ আগবঢ়ায়। বস্তুবোৰ সময়মতে যোগাৰ ধৰাত পৰাগ চলিহা চাৰৰ অধ্যক্ষ পদ্মধৰ চলিহা চাৰে সন্তুষ্টি প্ৰকাশ কৰে। এইখিনিতে এটি গুৰুত্বপূৰ্ণ বিষয় যে পৰাগ চলিহা চাৰৰ নেতৃত্বত কেৰম বৰ্ডৰ আড্ডাত মিলিত হোৱা বিভিন্ন ব্যক্তিয়ে এই ক্ষুদ্ৰ উদ্যোগটিৰ বিষয়ে অৱগত হয়। লাহে লাহে উদ্যোগটিৰ উৎপাদিত সামগ্ৰীৰ অৰ্ডাৰ বৃদ্ধি পায়। বিভিন্ন স্থানৰ পৰা পৈণত শিল্পী আনি মকৰল (Recuit) কৰি ব্যৱসায়ৰ প্ৰসাৰত গুৰুত্ব দিয়া হয়। উদ্যোগটিৰ নাম ৰখা হয় Industrial Art.

১৯৬৩ (1963)চনত 'ন-জোৱান ষ্টোৰ্চ'ৰ খেলা সামগ্ৰীৰ দোকান এখন ইণ্ডাষ্ট্ৰিয়েল আৰ্টক বিক্ৰী কৰে। তাৰ পাচতে উদ্যোগটো বৰ্তমানৰ অৱস্থিত ঠাইত স্থাপিত কৰা হয়। সেই

সময়ৰ পৰাই উদ্যোগটিয়ে শিৱসাগৰ শিক্ষানুষ্ঠান সমূহৰ পৃষ্ঠপোষকতা আৰু সমাদৰ লাভ কৰে।

১৯৬৭ (1967) চনত অসম চৰকাৰৰ সৌজন্যত এমহীয়া Industrial study tour ত যোৱাৰ বাবে মোক নির্বাচিত কৰা হয়। তাৰ পৰা উভতি আহি মই চকপেঞ্চিল আৰু Auto Battery নির্মাণৰ কাম আৰম্ভ কৰো। চকপেঞ্চিলৰ ব্যৱসায়ৰ ক্ষেত্ৰত বিশেষ সফলতা অৰ্জন কৰিব নোৱাৰা বাবে ১৯৭১ চনত ইয়াৰ কাম বন্ধ কৰি দিয়া হয়। Auto Battery ব্যৱসায়টো সফলভাবে পৰিচালনা কৰি নিয়া হৈছিল যদিও ক্ৰীড়া সামগ্ৰী উৎপাদন কৰাত বেছি গুৰুত্ব দিছিলো। সেই হেতুকে বেটেৰী উদ্যোগটোৰ অন্যতম অংশীদাৰ শ্ৰীযুত তৰুণ ভাগৱতীক বেটেৰী উদ্যোগটো এৰি দিয়া হয়। তাৰ পিছৰ পৰাই Industrial Art এ ফুটবল, ভলীবল, হেণ্ডবল, বাস্কেটবল, কেৰম বৰ্ড, চাটল কক আদি খেলা সামগ্ৰী নির্মাণ কৰি আহিছে। লগতে ২০০৮ চনৰ পৰা উদ্যোগটোৱে সকলো ধৰণৰ খেলৰ পোচাক- ট্ৰেকচুট, টি-চাৰ্ট ইত্যাদি নির্মাণ কৰি আছে।

ৰা : আপুনি ব্যৱসায়টো সফলভাবে আগবঢ়াই নিব পাৰিছিল বুলি ভাবেনে ?

ল : ব্যৱসায়টো পৰিচালনা কৰি যাওতে আৰ্থিকভাবে সফল নহলেও, গুণগত মানদণ্ডৰ সামগ্ৰী তৈয়াৰ কৰি মানসিক ভাবে সফল হৈছিলো। ইয়াৰ উদাহৰণ স্বৰূপে কব পাৰো যে ১৯৭১ চনৰ অক্টোবৰ মাহত শিৱসাগৰত অনুষ্ঠিত হোৱা Inter-District Football Tournament ৰ final খেল খনত আমাৰ উদ্যোগত তৈয়াৰী ফুটবল ব্যৱহৃত হৈছিল। ফুটবলটোৰ নাম আছিল অসম। ইয়াৰ পাছৰ পৰ্য্যায়ত স্বাধীনতা দিৱস কাপ ফুটবল প্ৰাতিযোগিতাৰ খেলসমূহ এই বল ব্যৱহাৰ কৰা হয়। ফুটবলৰ উপৰি আমাৰ উদ্যোগত নির্মিত ফুটবল বুট, চাটল কক, কেৰম বৰ্ড আদিয়ে সমাদৰ লাভ কৰিছে।

ৰা : বৰ্তমান প্ৰতিযোগিতামূলক ব্যৱসায়ত এটা ব্যৱসায় সফলভাবে চলাই নিবলৈ কেনেধৰণৰ কথাত গুৰুত্ব আৰোপ কৰিব লাগে বুলি আপুনি ভাবে?

ল : প্ৰতিযোগিতামূলক ব্যৱস্থাত এটা ব্যৱসায় সফলভাবে চলাই নিবলৈ প্ৰথমে ব্যৱসায়জনক ভদ্ৰ, নম্ৰ, উচ্চ-মানসিকতা সম্পন্ন ব্যক্তি হ'ব লাগে। সামগ্ৰীৰ ক্ষেত্ৰত গুণগত মানদণ্ড বজায় ৰাখিব লাগে। সামগ্ৰীৰ মূল্য যিয়েই নহওক কিয় কিন্তু তাৰ উপকাৰীতা থকা উচিত। গুণগত মানসম্পন্ন সামগ্ৰী জনসাধাৰণে ভোগ (Consume) কৰিবই।

ৰা : বৰ্তমান অসমত উদ্যোগীকৰণৰ পৰিবেশ কেনেধৰণৰ ?

ল : বৰ্তমান চৰকাৰে থলুৱা উদ্যোগৰ সামগ্ৰী চৰকাৰী কামত ব্যৱহাৰ নকৰে। উদাহৰণস্বৰূপে Sports Director সামগ্ৰীৰ Tender Call কৰোতে থলুৱা সামগ্ৰীৰ ব্যৱহাৰ কথা উল্লেখ নকৰে। তেওঁলোকে কেৱল আন্তঃৰাষ্ট্ৰীয় Brand ৰ সামগ্ৰীহে ব্যৱহাৰ কৰিব খোজে। যদি চৰকাৰে থলুৱা সামগ্ৰী ব্যৱহাৰৰ ওপৰত গুৰুত্ব নিদিয়ে তেনেহলে থলুৱা গ্ৰাহকসকলে এটা উদ্যোগ জীয়াই ৰাখিব নোৱাৰে। থলুৱা উদ্যোগসমূহত নির্মিত সামগ্ৰী যদি থলুৱা লোকসকলে ব্যৱহাৰ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হয় আৰু চৰকাৰ যদি থলুৱা সামগ্ৰীৰ ওপৰত গুৰুত্ব দিয়ে তেনেহলে অসমত উদ্যোগীকৰণ পৰিবেশ ভাল হ'ব।

ৰা : ব্যৱসায়ী এজনৰ সামাজিক দায়বদ্ধতা কেনে ?

ল : প্ৰতিজন ব্যক্তিয়েই সমাজৰ প্ৰতি দায়বদ্ধ। এজন ব্যৱসায়ীয়ে কেৱল পণ্য-সামগ্ৰী বেচা-কিনা কৰা তথা আৰ্থিক লাভালাভৰ কথা চিন্তা কৰাই একমাত্ৰ উদ্দেশ্য নহয়। প্ৰতিজন মানুহৰে দেশৰ প্ৰতি, সমাজৰ প্ৰতি, ভাষা-সংস্কৃতিৰ প্ৰতি সেৱা আগবঢ়োৱাটো নৈতিক কৰ্তব্য। তেনেদৰেই সমাজৰ প্ৰতি নিজৰ সামৰ্থ অনুসৰি সেৱা আগবঢ়োৱাৰ চেষ্টা চলাই আহিছো। ব্যৱসায়ৰ লগত মই জড়িত থকাৰ উপৰিও সমাজৰ বিভিন্ন অনুষ্ঠানত ওতঃপোত ভাবে জড়িত আছো।

ৰা : যুৱ প্ৰজন্মৰ প্ৰতি আপোনাৰ বাৰ্তা কি ?

ল : বৰ্তমান সময়ত যুৱসমাজত উশৃংখল মনোভাৱ দেখা গৈছে। যুৱকসকলৰ মানসিক সঞ্চাৰ স্খলন ঘটিছে। এই ক্ষেত্ৰত বিভিন্ন কাৰকৰ প্ৰভাৱ মই দেখা পাওঁ। উদাহৰণস্বৰূপে দূৰদৰ্শন (TV) ইণ্টাৰনেট (Internet), আদিয়ে যুৱকসকলৰ মানসিক ভাৰসাম্য বিনষ্ট কৰিছে। যুৱসমাজে প্ৰযুক্তিবিদ্যাৰ অপব্যৱহাৰ কৰি নিজকে ধ্বংসৰ মুখলৈ ঠেলি দিছে। ইয়াৰ ফলত তেওঁলোকৰ চাৰিত্ৰিক অৱনতি ঘটিছে। ইয়াৰ মাজতো বহুতো যুৱক আছে যিয়ে নিজৰ দায়িত্ব বুজি নিজৰ কৰ্তব্য সুচাৰু ৰূপে পালন কৰি আহিছে। তেওঁলোকে ভৱিষ্যতে সুচাৰুৰূপে নিজৰ জীৱন অতিবাহিত কৰিব পাৰিব। কিন্তু যিসকলে নিজৰ দায়িত্ব পালন কৰিবপৰা নাই, তেওঁলোকৰ জীৱন অন্ধকাৰৰ দিশে গতি কৰিব।

এই ক্ষেত্ৰত আমাৰ সমাজৰ বিভিন্ন অনুষ্ঠান সমূহে গুৰুত্ব আৰোপ কৰিব লাগে যাতে যুৱসমাজে সঠিক পথত নিজকে আগবঢ়াই নিব পাৰে। ▶▶▶

# উত্তম বৰাদেৱৰ সৈতে একেষাৰ



● সাক্ষাৎ গ্ৰহণ
**ৰবি শংকৰ গগৈ**

*(ঢুলীয়াপাৰৰ নিবাসী উত্তম বৰাদেৱ বৰ্তমান এজন সু-প্ৰতিষ্ঠিত ব্যৱসায়ী। মধ্যবিত্ত পৰিয়ালৰ সন্তান হৈয়ো তেওঁ যিদৰে এটা সুন্দৰ ব্যৱসায় প্ৰতিষ্ঠা কৰিলে সেয়া লেখত ল'ব লগীয়া। তেখেতৰ অধীনত বহু সংখ্যক লোক নিয়োজিত হৈ আত্মসংস্থাপন লাভ কৰিছে। সামাজিক ভাৱে দায়বদ্ধ বৰাদেৱ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত। তেখেতৰ সৈতে হোৱা এক সাক্ষাৎকাৰ।)*

প্ৰশ্ন ঃ আপুনি ব্যৱসায়ৰ প্ৰতি কিয় ধাৱমান হ'ল? এই ক্ষেত্ৰত আপোনাক কোনে প্ৰেৰণা আগবঢ়াইছিল?

উত্তৰ ঃ এই কথা মই একেষোৰে ক'ব নোৱাৰো, কিয়নো সেই সময়ত আমাৰ অৱস্থা বৰ ভাল নাছিল। দেউতা শিক্ষক, দাদাই ইঞ্জিনিয়াৰিং, বাইদেউৱে ইউনিভাৰ্চিটিত পঢ়ি আছিল আৰু বাকী আমি তিনিও মহাবিদ্যালয় আৰু হাইস্কুলত শিক্ষাৰত অৱস্থাত আছিলো। আনহাতে দেউতাৰ সৰু চাকৰিটোৱে আমাৰ পৰিয়ালটো চলোৱাত অসুবিধাৰ সন্মুখীন হৈছিল। সেয়েহে আমি খেতি ওপৰত নিৰ্ভৰ কৰিব লগীয়া হৈছিল। সীমিত উৎপাদনৰ পৰা ৰাহি কৰি নিজেধান বিক্ৰী কৰাৰ লগতে আমাৰ দদাইদেউৰ লগত কাঠৰ ব্যৱসায়ত মনোনিবেশ কৰো। সেয়ে সেই সময়খিনিকে মোৰ ব্যৱসায়ৰ আৰম্ভনি বুলি ক'ব পাৰি। তাৰ পাছৰ পৰা মই বৰ্তমান পৰ্য্যায়ত উপনীত হ'ব পাৰিছো।

প্ৰশ্ন ঃ প্ৰথম অৱস্থাত আপোনাৰ ব্যৱসায়টোৰ মূলধন সংগ্ৰহৰ ক্ষেত্ৰত কেনেদৰে আগবঢ়াইছিল?

উত্তৰ ঃ মোৰ কোনো বিশেষ মূলধন নাছিল। মোৰ ব্যৱসায়ৰ প্ৰথম মূলধন আছিল বিশ্বাস। মই বিশ্বাসভাজন হ'ব পৰা হেতুকে মোক সহায় কৰিবলৈ কোনেও দ্বিধাবোধ কৰা নাছিল, আৰু সেয়াই মোৰ প্ৰথম মূলধন।

প্ৰশ্ন ঃ ব্যৱসায় আৰম্ভনিৰ আগতে আপোনাৰ পৰিয়ালৰ কোনো লোক (সদস্য) ব্যৱসায়ৰ লগত জড়িত আছিলনি?

উত্তৰ ঃ দৰাচলতে আমাৰ পৰিয়ালৰ কোনো সদস্য ব্যৱসায়ৰ লগত জড়িত নাছিল।

প্ৰশ্ন ঃ ব্যৱসায়টোৰ জৰিয়তে আপুনি আপোনাৰ লক্ষ্যত উপনীত হ'ব পাৰিছেনে?

উত্তৰ ঃ এক কথাত কবলৈ হ'লে লক্ষ্যৰ কোনো নিৰ্দিষ্ট সীমা নাই বৰ্তমান মই যিমান পাইছো বা আগবাঢ়িছো সেই সকলোখিনি কেৱল যত্নৰ ফল। অৱশ্য এই সকলোখিনি মোৰ পৰিবাৰ পূৰ্ণিমা লগতে ভাইটি অনুজৰ অবিহনে আগবঢ়াৰ সম্ভৱ নহ'লহেতেন। ভাইটিৰ চুণপোৱাৰ অন্য এটা প্ৰতিষ্ঠান উদলেগু এণ্টাৰ প্ৰাইজৰ সৈতে জড়িত থাকি দুয়োটা প্ৰতিষ্ঠান আগবঢ়াইনিয়াত সুবিধা হৈছে। লগতে আমাৰ পৰিচালক, কৰ্মচাৰী সকল আৰু পৰামৰ্শদাতা সকলৰ অবিহনে সম্ভৱ নহ'লহেতেন।

প্ৰশ্নঃ বৰ্তমানৰ বজাৰৰ লগত খাপ খুৱাই আগবাঢ়িব পৰাকৈ আপোনাৰ ব্যৱসায় কেনে?

উত্তৰ ঃ বৰ্তমান সমাজ ব্যৱস্থা বা আধুনিকতাৰ লগত খাপ খোৱাকৈ আমাৰ প্ৰতিষ্ঠানে যিমান পাৰো সকলো দিশৰ পৰা গঢ়ি তোলাৰ প্ৰয়াস কৰা হৈছে। আমি আমাৰ গ্ৰাহক সকলৰ প্ৰয়োজনীয়তাৰ ওপৰত লক্ষ্য ৰাখি আমাৰ আচবাব সাল-

সললি কৰি হ'লেও তেওঁলোকৰ আশা পূৰণ কৰি আহিছো বুলি ধাৰণা কৰো। আমাৰ গ্ৰাহক সকলে আমাৰ প্ৰতিষ্ঠানৰ বয়বস্তু সদায় আগস্থান দি আহিছে বুলি ভাবো।

প্ৰশ্ন ঃ বৰ্তমান অসমত বিৰাজ কৰা বজাৰ ব্যৱস্থাটোৰ প্ৰতি আপোনাৰ মতামত কি?

উত্তৰ ঃ বৰ্তমান অসমৰ সকলো বস্তুৰ বজাৰ মূল্য আন ৰাজ্যতকৈ উৰ্দ্ধত। ইয়াৰ বাবে প্ৰধান দায়ী-মধ্যভোগী, যাতায়ত, বন্ধ সাংস্কৃতিকে ধৰি অন্যান্য কাৰক সমূহো দায়ী। আনহাতে কম আয়াসতে ধন ঘটাৰ প্ৰয়াস কৰাৰ বাবে অসমৰ বজাৰ ব্যৱস্থা বিশৃংখলতা এক মূল কাৰণ বুলি ভাবিব পাৰো।

প্ৰশ্ন ঃ এটা ব্যৱসায়ে সফলতা লাভ কৰিবৰ বাবে এজন ব্যৱসায়ীৰ কেনে গুণ থকা উচিত?

উত্তৰ ঃ সফলতা মূল কাৰণ সমূহৰ ভিতৰত সততা, একাগ্ৰতা আৰু মানুহৰ প্ৰতি বিশ্বাস জন্মাব পৰাটো সফলতাৰ মূল উৎস।

প্ৰশ্ন ঃ এজন ব্যৱসায়ী হিচাপে আপোনাৰ সামাজিক দায়বদ্ধতা কেনে?

উত্তৰ ঃ নিজৰ পৰিয়ালৰ বাহিৰেও এজন প্ৰকৃত ব্যৱসায়ীৰ সমাজৰ প্ৰতি দায়বদ্ধতা থাকে বা থকা উচিত বুলি ভাবো। আমাৰ প্ৰতিষ্ঠানৰ লগত জড়িত থকা সকলৰ বাহিৰেও বিভিন্ন সামাজিক অনুষ্ঠান প্ৰতিষ্ঠানক আমাৰ ক্ষমতা অনুযায়ী অনুদান দিয়াৰ উপৰিও সমাজৰ উন্নতি হ'কে বিভিন্ন কাম কাজ কৰি আহিছো।

প্ৰশ্ন ঃ ব্যৱসায়ৰ সম্পৰ্কিত আপোনাৰ ভৱিষ্যত পৰিকল্পনা কেনে?

উত্তৰ ঃ বৰ্তমান অসমৰ অৰ্থনৈতিক আৰু সমাজ ব্যৱস্থাৰ লগত খাপ খোৱাকৈ অসমতে থাকি ব্যৱসায় আগবঢ়াই নিবলৈ পৰিকল্পনা কৰিছো। যাতে কিছু অসমীয়া, প্ৰকৃত কৰ্ম্মমুখী নিবনুৱাক সহায় কৰিব পাৰো। ▶▶▶

■ অন্ধই যেতিয়া অন্ধক বাট দেখুৱাই তেতিয়া দুয়ো খালত পৰিব।

—যীশুখ্ৰীষ্ট

■ ঈশ্বৰ আছেনে নাই মই নাজানো; কিন্তু তেওঁ নাই বুলি প্ৰমাণিত হ'লেই তেওঁৰ সুনাম অধিক সুৰক্ষিত হ'ব।

—মহাত্মা গান্ধী

■ ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ শিকা, সত্যইহে মানুহক মহৎ আৰু সম্ভ্ৰান্ত কৰে।

—ড° বাণীকান্ত কাকতি

■ মোৰ ধৰ্ম সাধনাৰ পন্থা অতিকে সহজ। মানুহৰ প্ৰতি দয়া প্ৰদৰ্শন, মানুহক ভালপোৱা সেয়াই মোৰ ধৰ্ম।

—দালাই লামা

■ সন্যাসীৰ যেনেদৰে অতীত আছে পাপীৰো তেনেদৰে ভৱিষ্যত আছে।

—ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ

সংগ্ৰাহক ঃ জীপম বড়া

ভ্ৰমণ কাহিনী ঃ

# সৌন্দৰ্যৰ নগৰী হায়দৰাবাদ

● কংকন ভাৰদ্বাজ
স্নাতক পঞ্চম যান্মাষিক

পূব ভাৰতত যিদৰে প্ৰাকৃতিক সৌন্দৰ্যৰ সমাহাৰ পৰিলক্ষিত হয় ঠিক তেনেদৰে পশ্চিম ভাৰতত দেখা যায় সাংস্কৃতিক বৈভৱ আৰু উচ্চ উচ্চ অট্টালিকাৰ অপূৰ্ব মিশ্ৰণ, আকাশচুম্বী অট্টালিকা, সমুদ্ৰতীৰত সাগৰৰ কলকল শব্দ আৰু মঠ মন্দিৰৰ দৃশ্যই সকলোৰে দৃষ্টি কাঢ়িবলৈ সক্ষম হয়। কেৱল সেয়েই নহয়, ভাৰতৰ উত্তৰ খণ্ডৰ ঐতিহাসিক কীৰ্তিচিহ্ন, সাংস্কৃতিক সম্পদ আদিৰ বাবে সেই ঠাইখণ্ডই বিশেষ মৰ্যাদা লাভ কৰিছে। পূব, পশ্চিম আৰু উত্তৰ ভাৰত ভ্ৰমণ কৰাৰ পাছত দক্ষিণ ভাৰতৰ মন্দিৰ, সংস্কৃতি, আচাৰ-নীতি আদিয়ে সকলোকে আকৃষ্ট কৰিবলৈ সক্ষম হয়। অন্ধ্ৰপ্ৰদেশ ভ্ৰমণ কৰাৰ পিছত পৰ্যটকৰ অনুভৱ হয় যে এইঠাই গৰম আৰু শীত দুয়োৰে পৰা দূৰৈত। এই প্ৰদেশত বিভিন্ন স্থাপত্য আদিয়ে ৰজা-মহাৰজাৰ ইতিহাসৰ বিষয়ে অধ্যয়ন কৰাত সহায় কৰে। হায়দৰাবাদ পোৱাৰ লগে লগে পৰ্যটকৰ অনুভৱ হয় যে পৃথিৱীৰ ভিতৰতে এইখন এখন বেলেগ পৃথিৱী-নতুন পৃথিৱী। হাজাৰ হাজাৰ বছৰৰ ইতিহাসৰ সাক্ষী হৈ ঠিয় দি আছে এই নগৰী, হিন্দু-মুছলিমৰ সাংস্কৃতি আৰু নগৰৰ সৌন্দৰ্যৰ বাবে মুখ্য কৃতিত্ব দাবী কৰিব পাৰে গোলকুণ্ডাৰ চুলতান মহম্মদ আলি কুটবচাহে, কুবাচাহে ১৫৯১ চনত চহৰছনৰ মাজত ৫৬ মিটাৰ ওখ আঠটা কোণযুক্ত চাৰিটা ওখ ওখ স্তম্ভৰ সৈতে এটা অট্টালিকা নিৰ্মাণ কৰে, যি আজিও চাৰমিনাৰৰূপে বিশ্বৰ ভিতৰত প্ৰসিদ্ধ হৈ আছে। ইয়াৰ পৰা পাঁচ কিলোমিটাৰ দূৰৈত আছে গোলকুণ্ডাৰ বিখ্যাত দুৰ্গ। এই দুৰ্গক মানকলী নামেৰে জনা যায়। এই দুৰ্গৰ আশ পাশৰ সুগন্ধিত বতাহ ইয়াৰ বৈশিষ্ট্য।



এই বিশাল চহৰৰ পৰা দেখা পোৱা সাগৰৰ মনোমুগ্ধকৰ দৃশ্যৰাজিয়ে সোণত সুৱগা চৰায়। সাগৰৰ বক্ষত নৌকাযাত্ৰাৰ ৰং লোৱা পৰ্যটকৰ অভাৱ নহয়। এই চহৰখনত প্ৰাকৃতিক শোভা বহন কৰি আছে পুলনমা, যি হায়দৰাবাদৰ আৰু চিকন্দাৰাবাদক সংযোগ কৰিছে। ইয়াৰ পৰা দেখা পোৱা যায় নীলিম সলিল ৰাশিৰ অপূৰ্ব দৃশ্যাৱলী।

আধ্যাত্মিকতাত বিশ্বাস ৰখাসকলৰ বাবে পাহাৰৰ ওপৰৰ ভেংকটেশ্বৰ মন্দিৰৰ আকৰ্ষণৰ কেন্দ্ৰবিন্দু। শুকুলা শিলেৰে নিৰ্মাণ কৰা এই মন্দিৰলৈ দেশ-বিদেশৰ বহুতো পৰ্যটকৰ সমাগম ঘটে। এই মন্দিৰ ভাৰতীয় স্থাপত্য আৰু শিল্পকলাৰ অপূৰ্ব নিদৰ্শন। এই চহৰৰ লোকসকল শান্তিপ্ৰিয় আৰু অতিথিপ্ৰিয়। কোৱা হয় যে এই চহৰলৈ যোৱাসকলৰ ভাগ্য উদয় হয়। সেয়েহে এই চহৰখনক ভাগ্য নগৰ নামেৰেহে জনা যায়। ▶▶▶

# যান্ত্ৰিক

● নয়না বৰুৱা
বি.চি.এ. পঞ্চম ষাণ্মাসিক



এইমাত্ৰ কমলে খবৰ এটা দি গ'ল। বিচনাৰ পৰা এঙামুৰি দি উঠোতেই খবৰটো পালো। মনটো বিতৃষ্ণাৰে ভৰি উঠিল। আজিৰ দিনটো হয়তো এনেদৰেই পাৰ হৈ যাব। এনে ভাবিয়েই টুথব্ৰাছডালত পেষ্ট অকনমান লগাই লৈ উদাসভাৱত পিছ ফালৰ বাৰান্দা পালেগৈ।

পুখুৰীৰ পাৰত পুৰাই ৰ'দ পুৰাই থকা শালিকি হালৰ এটা দেখোন নাই! আকৌ কিবাখন লাগিল। সৰুতে শুনা Three for letter, two for joy and one for sorrow কথাষাৰ চেৰেংকৈ মনত পৰিল।

ছেঃ। শুই উঠাৰ পৰাই দিনটো কেনা লাগিল। সকলো দোষ কমলৰ ওপৰতে জাপি মুখখন ধুবলৈ পানীৰ টেপটোৰ কাষলৈ গ'লো।

ভিতৰৰ পৰা ভণ্টীয়ে চিঞৰিলে— দাদা চাহ দিছো সোনকালে আহ।

চাহকাপ মুখত দিওঁতেই মায়ে ক'লে— দেউতাৰৰ দৰৰ কেইটা শেষ হ'ল, সময় যদি পাৱ কোনোবা পাকত আনি থৈ যাবি। ডাক্তৰে ক'ৰ্চটো কমপ্লিট কৰিবলৈ কৈছে।

আচলতে মোৰ সময়ৰ অভাৱ ঘটা নাই। দেউতাৰ স্বভাৱ কিন্তু মাৰ সম্পূৰ্ণ বিপৰীত। কঠোৰ অনুশাসন মানি চলা এগৰাকী দায়িত্বশীল চৰকাৰী বিষয়া। ঘৰত যেনেদৰে আমাক ব্যৱহাৰ কৰে চাকৰি অথবা বাহিৰতো তেনে ব্যৱহাৰ কৰে। সেইবাবে দেউতাৰ বন্ধু অথবা শুভাকাংক্ষী কোনোবা আছে বুলি মোৰ মনে নধৰে।

আজি কিছুদিন ধৰি দেউতা এটা ভৰিৰ বিষত খোজেই কাঢ়িব পৰা নাই। কেইদিনমান কামলৈও যোৱা নাই। বি.এচ.চি. পৰীক্ষাৰ ফাইনেল দি ৰিজাল্টৰ বাবে চিন্তা কৰি ঘৰতে বহি মই সময় কটাইছো। ভণ্টী কলেজত পঢ়ি আছে। গতিকে ঘৰখনৰ প্ৰতি কৰণীয়খিনি মায়ে আচলতে কম কথাৰেই বুজাই দিলে।

ফোনটোৰ মাতত মই কমলৈ সোমাই আহিলো।

সিফালৰ পৰা বীৰেণে ক'লে—কথাটো তই গম পালিনে নাই।

মই ক'লো— কমলে মোক পুৱাতেই কৈছে।

সি ক'লে— ক্লাবলৈ সোনকালে ওলাই আহচোন, কিবা এটা কৰিব লাগিব।

বয়স হয়তো পঞ্চাশৰ উৰ্দ্ধত। পিন্ধা চাদৰ মেখেলাৰ দুই

এঠাইত কৌশলেৰে ঢাকি ৰাখি বেজাৰৰে সিঁৰলৈ চেষ্টা কৰা- মদৰুৱা পৰা। কথা বৰ কম পাতে। সুধিলেহে দুই এষাৰ উত্তৰ দিয়ে।

ক্লাবৰ প্ৰতিষ্ঠা দিৱসৰ বিষয়ে আলোচনা কৰিবলৈ আমি কেইজনমান সেইদিনা গেট খাইছিলো। আলোচনাৰ অন্তত বাহিৰলৈ ওলাই আহি দেখিছিলো সেই মানুহ গৰাকীক। গেটখনৰ সন্মুখত থিয় হৈ আমাক কিবা এটা কোৱাৰ ভাৱত।

আগবাঢ়ি গৈ মই সুধিলো— আপুনি কিবা ক'ব?

তেওঁ ক'লে— ক্লাবটো বৰ সুন্দৰকৈ সাজিছা। আচলতে পকা ঘৰ হ'লেই নহয়— আমাৰ মনবোৰো, চিন্তাবোৰো পকা হ'ব লাগে।

প্ৰথম কথাষাৰে উপস্থিত ক্লাবৰ সদস্যসকলক সঁচকিত কৰি তুলিলে।

ঘপহকৈ বীৰেণে ক'লে— বৰমা আহকচোন ক্লাবৰ ভিতৰলৈ।

গেটখন খুলি তেওঁ ভিতৰলৈ সোমাই আহি আগবঢ়াই দিয়া চকীখনত বহি অলপ পৰ বৈ ক'লে— তোমালোকে কেতিয়াবা আইভিংষ্টনৰ Last for Live খন পঢ়িছানে?

আমি ইটোৱে সিটোৰ মুখলৈ চালো।

আমাৰ মনৰ কথা বুজিয়েই তেওঁ ক'লে— পঢ়িবা, জীৱন জিজ্ঞাসা বিচাৰি পাবা। অকৃতকাৰ্যতাৰ মাজতেই যে সফলতা লুকাই আছে ভালদৰে বুজিবা।

ইতিমধ্যে আমাৰ বাবে তৈয়াৰ কৰা চাহৰ একাপ বৰমালৈ কমলে আগবঢ়াই দিলে। চাহকাপৰে তেওঁৰ প্ৰয়োজন আছিল, খোৱাৰ ধৰণটোতেই গম পালো। ইউচুফে তাৰ ভাগৰ মিঠাইটোও তেওঁলৈ আগবঢ়াই দিলে।

সেই তেতিয়াৰে পৰা আমাৰ ক্লাবলৈ তেখেত অহা হ'ল। আৰু আমাৰ আটাইকেইটাৰে শ্ৰদ্ধাৰ বৰমা হ'ল। কিন্তু কোনো দিনেই তেখেতৰ পৰিচয় অথবা পৰিয়ালৰ কথা সুধি আমি ব্যতিব্যস্ত কৰা নাছিলো। মাজে মাজে হাৰমনিয়ামটো লৈ লতা মংগেশকাৰৰ আৰু মীৰা ভজন গাইছিল। এই বয়সতো তেওঁৰ কণ্ঠৰ জড়তা নাছিল।

আমি সকলোৱেই প্ৰস্তাৱ দিলো, ক্লাবৰ প্ৰতিষ্ঠা দিৱসত বৰমাই গান গাবই লাগিব।

এনেদৰেই আমাৰ সম্পৰ্ক গাঢ় হৈ উঠিছিল। প্ৰথম দিনা তেখেতৰ মুখত দেখা হতাশা পিছলৈ কিছু নোহোৱা মোৰ চকুত পৰিছিল।

বাহিৰৰ পৰা ভন্টিয়ে চিঞৰিলে— দাদা তই ভিতৰত কি কৰি আছ? ৰমেনদাই বাস্তাত হৰ্ণ বজাই আছে। ক'ৰবালৈ যোৱাৰ আগতে দেউতাৰ দৰৱ কেইটা দি থৈ যাবি।

ৰুমৰ বাহিৰলৈ ওলাই আহি দেখিলো, মায়ে ৰমেনৰ লগত কথা পাতি আছে।

মোক দেখি ক'লে— তই দেউতাৰৰ দৰৱ কেইটা আনি দিব নালাগে, কাৰোবাৰ হতুৱাই অনোৱাম। তই ৰমেনৰ লগত যা।

একো ধৰিব নোৱাৰি মই মাৰ পিছে পিছে ভিতৰ পালোগৈ।

ইতিমধ্যে মা দেউতাৰ ৰুমত সোমাই কিবা কৈ আছে।

মোক দেখি দেউতাই ক'লে— যা সোণ, তই মোৰ কথা চিন্তা কৰিব নালাগে। অলকা বাইদেউৰ কথা মই জানো। তেওঁ যে ইহঁতৰ ক্লাবলৈ মাজে মাজে আহে, সেই খবৰো মই পাওঁ। সকলো থাকিও একো নোহোৱা মানুহ গৰাকীৰ এনে দুৰ্দশা হ'ব বুলি ভাবিবই নোৱাৰি।

ঘটনাতো কি মই তভিবই পৰা নাই। বুজিলো, বৰমাৰ কথাকেই কৈছে। ইতিমধ্যে ৰমনো আহি ড্ৰয়িংৰুম পালেহি।

দেউতাই মাৰ সহায় লৈ লাখুটিত ভৰ দি ড্ৰয়িংৰুম পালেহি। যি গৰাকী মহিলাক লৈ তোমালোকে কিবা এটা কৰাৰ কথা ভাবিছা, তেখেতৰ পৰিচয় তোমালোকে জানানে ৰমন?

দেউতাই কৈ গ'ল— একালৰ প্ৰতিষ্ঠিত সাহিত্যিক-সংগীতজ্ঞ নিখিলেশ শইকীয়াৰ পত্নী অলকা বাইদেউ। দুটি সন্তানৰ মাতৃ। দুয়োটি সন্তানেই আজি সমাজত সুপ্ৰতিষ্ঠিত। এজন উচ্চ পদস্থ আৰক্ষী বিষয়া আৰু আনজন ভাৰতীয় ৰিজাৰ্ভ বেংকৰ শীৰ্ষ প্ৰশাসনিক বিষয়া। পুত্ৰ বোৱাৰীৰ মৰম পৰিচৰ্যাৰ পৰা বঞ্চিত, অবহেলিত হৈ ভিক্ষাৰীৰ দৰে আৰ তাৰ সহায় লৈ আজি জীৱন কটাইছে। তোমালোকৰ বয়সৰ ল'ৰা ছোৱালীক লগ পালে বৰ সহৃদয়তাৰে কথা পাতে— বুজনি দিয়ে। সেইবাবেই হয়তো তোমালোকৰ ক্লাবত মাজে মাজে উপস্থিত হয়হি।

বৰমাৰ ঘৰটো ক'ত খুৰা? ৰমনে সুধিলে।

জ্যোতি নগৰত যিটো জৰাজীৰ্ণ ঘৰ আছে সেইটোৱেই। গুচৰচুবুৰীয়াই ঘৰটো আৰু ঘৰটোত থকা প্ৰাণীটোক এলাগী বুলি এৰাই চলে।

আপুনি ইমান জানিও কিয় একো এটা কৰিব নোৱাৰিলে? মোৰ প্ৰশ্ন শুনি দেউতাই মোলৈ চালে।

পেঞ্চন এটাৰ বাবে চৰকাৰৰ লগত যোগাযোগ কৰিছিলো। সুবিধা কৰিব নোৱাৰিলো। বাৰু তহঁত এতিয়া যা— কিবা এটা কৰগৈ— সুস্থ হৈ থকা হ'লে ময়ো গ'লোহেঁতেন।

মায়ে হাতত টকা দুহাজাৰ গুজি ক'লে— লৈ যা দৰকাৰ হ'ব।

হয়, এই গৰাকী বৰমা আজি ঢুকাল।▶▶▶

# বেচট্ ফ্ৰেণ্ডচ...

আব্দুল কৰিম আহমেদ
স্নাতক পঞ্চম যান্মাসিক (বাণিজ্য)

খন্তেক আগতে হৈ যোৱা ঘটনাটোৰ পৰা অভি একেবাৰে নিশ্চুপ হৈ গ'ল। সি কি ভাবিছিল আৰু কি যে হৈ গ'ল। ছেঃ... সঁচাকৈ কথাটো বৰ বেয়া হ'ল। তাৰ লগৰবোৰ যে আৰু ...। সিহঁতৰ মনোভাৱবোৰ দেখিলে তাৰ এনে লাগে যে সি .. সি যেন সবকে এৰ্কালৰ পৰা মাথমাৰ কৰি যাব! অৱশ্যে সি তেনেকুৱা পদক্ষেপ ল'ব নোৱাৰে। কাৰণ সি তেনেকুৱা উগ্ৰ স্বভাৱৰ ল'ৰা নহয়। হ'লেও সিহঁতখিনিয়ে তাৰ কাৰণে ভালটো কৰিব নোৱাৰিলেও অন্ততঃ বেয়াটো যে কৰিব নালাগে তাৰ তিলমাত্ৰও চিন্তা নকৰে। সঁচাই... মায়াই ঠিকেই কৈছে, 'এটা ল'ৰা আৰু এজনী ছোৱালী আজীৱন কেতিয়াও বন্ধু হৈ থাকিব নোৱাৰে...।" কিন্তু এটা কথা সি নিশ্চিত যে মায়াই এই কথা নিজৰ মনৰ পৰা কোৱা নাই। আৰু তাই তাক কিয় ক'ব? নিশ্চয় তাই কোৱা কথাখিনিৰ অন্তৰালত তাওৰ কিম্বা এটা ৰহস্য আছে। এই গোটেই কথাখিনি ভাবোঁতে ভাবোঁতে অভি কেতিয়া যে টোপনি গ'ল সি গমকে নাপালে।

অভি...। সম্পূৰ্ণ নাম অভিজিত বৰুৱা। ঘৰ যোৰহাটৰ মৰিয়নিত। পঢ়াৰ সূত্ৰে সি শিৱসাগৰৰ কুকুন নগৰত মেছ কৰি থাকে। ল'ৰাটো দেখাত যিদৰে ধুনীয়া ঠিক সেইদৰে বন্ধুসুলভ স্বভাৱৰ কাৰণে সি সকলোৰে বাবে অতি প্ৰিয়। বৰ্তমান সি শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ পঞ্চম যান্মাসিক (semester)ৰ ছাত্ৰ। সি মায়াক প্ৰথমে লগ পাই প্ৰথম যান্মাসিকত পঢ়ি থাকোতে আৰু দুয়োৰে মাজত ভাৱৰ আদান প্ৰদান হয় এখন নোট বহীৰ মাধ্যমেৰে। কেইদিনমানৰ পৰা দুয়ো অতি প্ৰিয় বন্ধু। ক্লাছৰ নোট বহীৰ পৰা আৰম্ভ কৰি ব্যক্তিগত জীৱনৰ সকলো সুখ-দুখৰ সমভাগি হৈ দুয়ো এতিয়া অন্তৰংগ বন্ধু। কিন্তু সিহঁতৰ মাজত এই বন্ধুত্বপূৰ্ণ জীৱন আনৰ বাবে যেন ইৰ্ষণীয় হৈ আছিল। অভিক মায়াৰ সতে দেখিলে তাৰ লগৰবোৰে তাক ইতিকিং কৰিবলৈ ধৰে। আনকি সি কোনো ধৰণৰ প্ৰয়োজনীয় কথা এটা সুধিলেও সিহঁতে তাক কেৱল মায়াৰ বিষয়ে সুধি ব্যতিব্যস্ত কৰে। "ছোৱালীৰ লগত বেছি কথা পতাতো শোভা নেদেখায়... অই তই গাৰ্ল ফ্ৰেণ্ড পালি নহয় আমাক পাৰ্টি নিদিবি নেকি? ..." লগৰবোৰৰ এনেধৰণৰ অপমানসূচক বাক্যই অভিৰ মুখটো গৰম কৰি দিয়ে। সি গহীনভাবে তাৰ মনোভাৱ প্ৰকাশ কৰিবলৈ চেষ্টা কৰিলেও লগৰবোৰে তাৰ কথাবোৰ হাঁহি উৰুৱাই দিয়ে। একে অৱস্থা মায়াৰ ক্ষেত্ৰটো। মায়াকো তাইৰ লগৰবোৰে অভিৰে সতে জোৰা দি মানসিক যন্ত্ৰণা দিবলৈ ধৰিলে। যিমানেই সিহঁতক এইবোৰ কৰিবলৈ হকা বাধা দিয়ে সিহঁতে সিমানেই নিলাজভাৱে জোকাবলৈ বা এনেধৰণৰ কৰ্ম কৰিবলৈ কুণ্ঠাবোধ নকৰে। যাৰ ফলত অভি আৰু মায়াৰ মাজৰ কথোপকথন লাহে লাহে কমি আহিবলৈ ধৰিলে। এদিনাখন শ্ৰেণীকোঠাতে অভিক তাৰ বন্ধু এজনে "অই আজি নাই অথ নেকি তোৰ প্ৰেয়সী? ডেটিং মাৰিব পৰা নাই নহয়, বৰ বেয়া লাগিছে হ'বলা..." বুলি কোৱাত সি খঙতে এইবুলি উত্তৰ দিলে, "অ' মায়াক মই ভালপাওঁ... তাৰ পৰা তহঁতৰ কি হানি হ'ল?" অভিয়ে এইবুলি ধমকি দিয়াৰ সময়তে মায়া সেইফালেদি পাৰ হৈ গৈছিল। অভিৰ কথাষাৰ শুনি তাইৰ বৰ খং

উঠিল আৰু অফ ক্লাছত তাক লগ কৰিব বুলি ক'লে।

সেইদিনাখন আছিল বুধবাৰৰ দিনু, যত নেকি শেষৰ ক্লাছৰ আগৰ দুটা ক্লাছেই আছিল অফ ক্লাছ। এই অফ ক্লাছত ছাত্ৰ-ছাত্ৰীবোৰ প্ৰায়েই শ্ৰেণীকোঠাত নাথাকে। এনে সময়তে অভিয়ে মায়াক লগ কৰিলে। মায়াই তাক ক' বলৈ ধৰিলে—

অভি, অন্ততঃ তুমি এনেকুৱা হ'বা বুলি মই কেতিয়াও ভবা নাছিলোঁ। আনে তোমাৰ বিষয়ে কোনো ধৰণৰ বেয়া মন্তব্য কৰিলে ময়েই সিহঁতক বুজাও যে তুমি এনেকুৱা স্বভাৱৰ নহয়। কিন্তু আজি তুমি প্ৰমাণ কৰি দিলা তুমিও আন ল'ৰাবোৰৰ দৰে এনে মনোভাৱৰ। আমাৰ মাজৰ সম্পৰ্ক কেৱল অন্তৰংগ বন্ধুত্ব হিচাপেহে থাকিব বুলি দিয়া প্ৰতিশ্ৰুতি আৰু বিশ্বাস আজি তুমি হেৰুৱাই পেলালা। তোমাৰ লগত মোৰ যি বন্ধুত্বৰ সম্পৰ্ক আছিল বা আছে সেই সম্পৰ্ক যে মোৰ লগত অন্য কাৰোৰেই নাই সেই কথাষাৰ তুমি ভালদৰেই জানা। বহু কল্পনাহীন ভাৱে মই তোমাক বিশ্বাস কৰিছিলোঁ। কিন্তু তুমি ইয়াৰ অৰ্থ বেলেগহে বুজিলা। আৰু তাৰ প্ৰমাণ তুমি ক্ষন্তেক আগতেই কৰিলা। তোমাৰ বন্ধুজনক তুমি মোক ভালপোৱা বুলি ক'লা...

"ৰ'বা ৰ'বা মায়া।" মায়াৰ কথাখিনি শেষ নোহওঁতেই অভিয়ে মাত লগালে। "তুমি মোক প্ৰকৃততে ভুল বুজিছা। তুমি ভবাৰ দৰে বা কোৱাৰ দৰে মই কোনো কথাই কোৱা নাই আৰু ....

হ'ব হ'ব। আৰু কোৱাৰ দৰকাৰ নাই। কি ভুল কি শুদ্ধ সেইটো আকৌ তুমি মোক নতুনকৈ শিকাব নালাগে। মই ভুল বুজিছোঁ? অলপ আগতে তুমি তোমাৰ বন্ধুজনক কোৱা কথাখিনিৰ পৰা এতিয়া মইহে ভুল বুজিছোঁ! প্ৰত্যেক ল'ৰাই প্ৰথমতে ভুল কৰি তাৰ পিছত স্বীকাৰ কৰিবলৈ নিবিচৰাৰ দৰে তুমিও যে বিচৰা নাই সেই কথা তুমি প্ৰকাশ নকৰিলেও মই বুজি পাইছোঁ। কোনোবাই ঠিকেই কৈছে, এটা ল'ৰা আৰু এজনী ছোৱালী আজীৱন কেতিয়াও বন্ধু হৈ থাকিব নোৱাৰে। সিহঁতৰ সম্পৰ্ক কেৱল প্ৰেমৰহে হ'ব পাৰিব।

"অই কুম্ভকৰ্ণ, ক'ত শুই আছ? নিজৰ ঘৰ বুলি ভাবিছিলি নেকি? শেষৰ ক্লাছ নহয় আজি গতিকে সকলো গৈ শেষ হ'ল। ঘৰত ৰাতি নোশোৱ নেকি অ'? এই কলেজত যে শুই আছ উঠ উঠ।" এনেতে অভিৰ অতি অন্তৰংগ বন্ধু পাৰ্থৰ কেটকেটনি শুনি সি থৰমৰকৈ উঠিল। "আও ল'ৰাটোৰ টোপনি চোৱা, এতিয়াও ভিজা মেকুৰীটোৰ দৰে হৈ আছে। অৱশ্যে আজি বতৰটো বৰ সেমেকা। এইদৰে থাকিলে দেখোন ক্ষন্তেক পিছতেই বৰষুণ আহিব।" —পাৰ্থই তাক ধেমালী কৰাৰ ছলেৰে ক'লে।

অই, তই এইবোৰ কি বকিছ? ক'ৰবাত কিবা খালি নেকি? যাৰ ফলত তই এইদৰে বকিছ। ইমান গৰম বতৰত ক'ত বৰষুণ দিয়াৰ কথা কৈছ?—অভিয়ে আচৰিত বাবে তাক প্ৰশ্ন কৰিলে।

নহয় মানে তই মন মাৰি থকাৰ কাৰণেহে এইদৰে কৈছো। ইমানকৈ মন মাৰি আছ যে তই?"—পাৰ্থই গুহীন ভাৱে সুধিলে। তেতিয়া অভিয়ে তাক সমস্ত ঘটনাটোৰ কথা বিৱৰি ক'লে আৰু তাৰ এটা উচিত সমাধান বিচাৰিলে। কথাখিনি পাৰ্থই গুৰুত্ব সহকাৰে শুনি তাৰ পাছত ক'লে—

"তই কিন্তু জটিল সমস্যা এটাৰ সমাধান বিচাৰিছ। তহঁতৰ এনে ঘনিষ্ঠ সম্পৰ্ক দেখি মই নিজেই বিমুগ্ধিত পৰিছিলোঁ। ভাবিছিলো তই সচাঁকৈয়ে অভিজিত বৰুৱা হয়নে নে আন কোনোবা? কাৰণ প্ৰকৃত অভিয়ে কেতিয়াও বিশ্বাসঘাটকতা কৰিব নোৱাৰে। আচল কথা কি জান? কোনোবা ল'ৰাই যদি কোনো ছোৱালীৰ সৈতে বেছি সময় ধৰি কথা পাতে, তেন্তে সকলোৱে কেৱল সন্দেহৰ চকুৰেহে চায়।"

অই পাৰ্থ, তই মোৰ বেষ্ট ফ্ৰেণ্ড হৈ কিয় তেনেকৈ কৈছ? এটা ল'ৰা এজনী ছোৱালীয়ে বেছি সময় ধৰি কথা পাতিলে যে দুয়োৰে মাজত প্ৰেমৰহে সম্পৰ্ক থাকিব, তাৰ কি অৰ্থ হ'ল? কি দুয়ো নিজৰ নিজৰ সুখ-দুখৰ কথা পাতিব নোৱাৰে নেকি? দুয়ো আজীৱন কিয় অন্তৰংগ বন্ধু হিচাপে থাকিব নোৱাৰিব?" অভিয়ে উত্তেজিত হৈ পাৰ্থক সুধিলে।

নিশ্চয় পাৰিব। তেৰি এই সমস্যাৰ সমাধান তই নিজেই কৰিব লাগিব। আৰু তাৰ কাৰণে তই নিজেই মায়াক লগ কৰি গোটেই কথাখিনি বুজাই দিব লাগিব। তেৰি সকলো মনৰ কথা তাইক কৈ দিবি আৰু তাৰ পাচত চাবি সকলো ঠিক হৈ যাব। মই বাৰু ইহঁতৰ ব্যৱস্থা কৰিম। ইহঁতে দ্বিতীয়বাৰ আৰু কেতিয়াও তহঁতক হাৰাশাস্তি নকৰে।" পাৰ্থই তাক সান্ত্বনা দিলে।

কি তই গোটেইখনিকে পিটিবি নে সবকে পুলিচত দিবি?"-অভিয়ে কৌতুক কৰাৰ ছলেৰে সুধিলে।

আৰে তই চাই থাক না। নিজে নিজে সকলো গম পাবি। এই পাৰ্থই সিহঁতক এনেকুৱা 'Jadu Ki Jappi' দিব যাৰ ফলত সকলো ঠিক হৈ যাব। অৱশ্যে এটা কথা তই মায়াক ক'বলৈ নাপাহৰিবি আৰু সেইটো হৈছে মায়াক ভালপোৱ"...

অই তোৰ চুপতি বেছি হৈছে। কানতলীয়া খাবি বেছি দেৰি নাই।" অভিয়ে খঙেৰে তাক ক'লে।

আৰে, তয়ো মায়াৰদৰে সম্পূৰ্ণ তোৰো কথা শুনাৰ একেবাৰে ধৈৰ্য্য নাই। তোক ধেমালী কৰাতকৈ নকৰাই ভাল।" পাৰ্থই নিকংসাহেৰে অভিক ক'লে।

হ'ব, হ'ব, sorry পাৰ্থ। মূল্যবান পৰামৰ্শ দিয়াৰ বাবে ধন্যবাদ। অই, তই বেয়াই পালি নেকি?" - পাৰ্থই মনটো মাৰি দিয়া দেখি অভিয়ে সুধিলে।

" বেয়া পাম, যদিহে সকলো ঠিক হৈ যোৱাৰ পাছত নৰ'দাৰ কেন্টিন্‌ত কিবা এটা নোখোৱাৰ।

"খাবি খাবি মোৰ মৰমৰ আঁতৈ; যি মন যায় তাকে খাবি বাৰু।"

"তেনেহ'লে সোনকালে যা। নহ'লে মায়া এতিয়া ঘৰলৈ পাৰগৈ। Best of Luck!"

"Thanks পাৰ্থ" এইবুলি কৈ অভি ক্লাছ ৰুমৰ পৰাওলাই আহিল মায়াৰ সন্ধানত। এনেতে যি দেখিলে মায়াই ছাত্ৰী জিৰণি কোঠাৰপৰা ওলাই আহিছে ঘৰলৈ বুলি। তাকে দেখি সি মায়াৰ ওচৰলৈ গ'ল। প্ৰথমতে তাই অভিক নেদেখা ভাও জুৰি গুচি আহিব লৈছিল। কিন্তু অভিয়ে তাই ৰ'বলৈ কাতৰ অনুৰোধ কৰাত তাই ৰ'বলৈ বাধ্য হ'ল।

" যদি তুমি বেয়া নোপোৱা, তোমাৰ সৈতে অলপ কথা পাতিব পাৰিম নে?" অভিয়ে অতি বিনম্ৰভাবে মায়াক সুধিলে। মায়াই ক্ষন্তেক চিন্তা কৰিলে। হাজাৰ হওঁক সি তাইৰ অতি প্ৰিয় বন্ধু। তাই ক'লে, ঠিক আছে, কোৱা।" তেতিয়া অভিয়ে তাৰ সকলো মনৰ কথা একালৰপৰা ক'বলৈ ধৰিলে-

" চোৱা মায়া, তুমি মোক কিয় বেয়া পাইছা সেইটো মই বুজি পাইছো। সেইবাবে তোমাক মই বেয়া পোৱা নাই আৰু কেতিয়াও তোমাক মই বেয়া নাপাওঁ। তোমাৰ ঠাইত যদি মই থকাহেঁতেন ময়ো কিজানি তোমাৰদৰেই ব্যৱহাৰ কৰিলো হয়। এটা কথা মই এতিয়াও নাজানো যে আমাৰ মাজৰ এই সম্পৰ্ক প্ৰকৃততে কি সম্পৰ্ক। বন্ধুত্ব নে প্ৰেমৰ। তথাপি তুমি এটা কথা স্পষ্ট হোৱা যে যদি দুটা ল'ৰাৰ মাজত বন্ধুত্ব হ'ব পাৰে; দুজনী ছোৱালীৰ মাজত বন্ধুত্ব সম্পৰ্ক গঢ়ি উঠিব পাৰে; তেন্তে এটা ল'ৰা আৰু এজনী ছোৱালীৰ মাজত কিয় বন্ধুত্ব সম্পৰ্ক গঢ়ি উঠিব নোৱাৰে; কিয় মানুহবোৰে এইপবিত্ৰ সম্পৰ্কক প্ৰেমৰ বুলিয়েই সন্দেহ কৰি থাকে? আৰে, তোমাৰ বিদৰে আবেগ-অনুভূতি আছে, ঠিক সেইদৰে মোৰোটো আছে। মই কেতিয়াও তোমাক প্ৰেয়সী হিচাপে ভবা নাই। তোৰ এটা ডাঙৰ দোষ আছে আৰু সেইটো হৈছে তুমি সম্পূৰ্ণ কথা শুনিবলৈ ধৈৰ্য্য নধৰা। মই মোৰ বন্ধুজনক কৈছিলো মায়াক মই ভালপাওঁ কিন্তু এজনী প্ৰকৃত বান্ধৱী হিচাপেহে; প্ৰেয়সী হিচাপে নহয়। কিন্তু তুমি কথাষাৰ সম্পূৰ্ণকৈ নুশুনিলা। যাৰ ফলত মোক ভুল বুজিলা আৰু সেইদিনাখন মোক তেনেদৰে ক'লা। মই তোমাক কেতিয়াও বিশ্বাসঘাতকতা কৰা নাই আৰু সেই বিষয়ে স্পষ্টীকৰণ দিবলৈ তুমি মোক সুযোগেই নিদিলা। তোমাৰ বিষয়ে সকলো কথাই মই জানো আৰু তুমিওটো মোৰ সকলো কথা ভালদৰে জানা। তোমাৰ লগত মই বহুত হাঁহি-ধেমালি কৰো, সকলো সুখ-দুখৰ সমভাগী হওঁ ; কিন্তু সেইবুলি তোমাক মই এগৰাকী প্ৰেয়সী হিচাপেতো কেতিয়াও ভবা নাই.........................।"

অভিয়ে আৰু বহুত কথা মায়াক বুজালে মায়াই তাৰ কথা একেৰাহে থ'ৰ লাগি শুনি থাকিল। অভিৰ কথা শুনি তাইৰ মুখৰ মাত হেৰাই গ'ল। অভিক কি ক'ব তাই ভাবিকেই নাপালে। তদুপৰি তাই নিজৰ কৰ্মৰদ্বাৰা অৰ্থাৎ অভিক কৰা অপমানৰ পৰা তাই বহুত লাজ পালে। অভিক মাত্ৰ সাধাৰণ তথা গুৰুত্বপূৰ্ণ শব্দ "ছৰি" বুলি ক'বলৈও যেন তাই বহুত লাজ পাইছে। তাইৰ মনৰ সকলো কথা দুগালেদি বৈ যোৱা দুধাৰি চকুলো জৰিয়তে প্ৰকাশ কৰিবলৈ যত্ন কৰিলে। অভিয়ে সকলো বুজি পাই ধেমালীৰ সুৰত মায়াক ক'লে, "ধেৎতেৰি; তুমিও যে আৰু, তোমাক কথাখিনি বুজাইছোহে; বিয়া কৰি ঘৰলৈ লৈ যোৱা নাই নহয়।" অভিৰ কথাত মায়া মিচিকিয়া হাঁহি উঠিল।

পিছদিনাখন মায়া আৰু অভি একেলগে কলেজলৈ আহিল। ক্লাছত সোমোৱাৰ লগে লগে আব্দুলে অভিক মাত লগালে। অভিৰ মনে মনে খং উঠিল। কাৰণ তাক সদায় জোকাই থকা, বন্ধুবোৰৰ মাজত আব্দুল অন্যতম। আব্দুলে সিহঁতক দেখি ক'লে, " আই এম্ ছৰি অভি এণ্ড মায়া, আমি বিশেষকৈ মই তোমালোকক সদায়েই জোকাই আছিলো, যাৰ ফলত তোমালোকৰ মাজত ইমানবোৰ মতবিৰোধ হ'ল। পাৰ্থই সকলোকথা আমাক ইতিমধ্যে বুজাই দিলে। যাৰ ফলত আমি বৰ অনুতপ্ত হৈছো।"

"Its O.K আব্দুল। মানুহ মাত্ৰেই ভুল হয়। আৰু এনে ভুলৰ পৰাহে মানুহে নতুন কথা শিকিব পাৰে। তুমি তোমাৰ বাবে অনুতপ্ত হৈছা সেয়াই বহুত।" অভি আৰু মায়াই দুয়ো আব্দুল তথা আন বন্ধু-বান্ধৱীবোৰক সান্ত্বনা দিলে।

" ইমানকৈ কোনে কাক ক্ষমা বিচাৰিছে?"-

সেই সময়তে ক'ৰবাৰপৰা পাৰ্থ আহি মাত লগালে।

" অ' মোৰ গুৰু পাৰ্থ মহাশয় নেকি? তই এনে কি 'Jadu Ki Jappi' দিলি যাৰ ফলত সকলোৰে আজি এনে অৱস্থা হ'ল?" অভিয়ে অতি কৌতুহলেৰে পাৰ্থক প্ৰশ্ন কৰিলে।

" আৰে ভাই; এই পাৰ্থই যি মন যায় তাকে কৰিব পাৰে। আৰু ইয়াত কোনে কাক ইমানকৈ ক্ষমা বিচাৰিছে? আৰে আমি সকলো অন্তৰংগ বন্ধু। আমাৰ মাজত হাঁহি-ধেমালী, কামুৰা-কামুৰি ইত্যাদি থাকিবই। বন্ধুত্বৰ মাজৰ 'ক্ষমা' 'ধন্যবাদ' ইত্যদি শব্দবোৰ শোভা নেদেখাই। উই আৰ দ্য বেষ্ট্ ফ্ৰেণ্ড আৰু সেয়ে আমি সকলোৱে আজীৱন মিলি-জুলি থকাৰ সংকল্প ল'ব লাগে। তাৰ মাজত কোনো ধৰণৰ ভুল বুজা-বুজিৰ সৃষ্টি হ'ব নালাগে। হিন্দীত কথা এষাৰ আছে নহয়, "Har Ek Friend Kamina Hota Hain but Har Ek Friend Jaruri Bhi Hota Hain"," পাৰ্থৰ কথাত ক্লাছৰ সকলোৱে একেলগে হাত চাপৰি মাৰিবলৈ ধৰিলে।▶▶▶

# আশাৰ বালিঘৰ



● অনুপজ্যোতি শইকীয়া
স্নাতক পঞ্চম যান্মাষিক (বাণিজ্য)

"কিন্তু এইয়া জানো সম্ভৱ? মোৰ তেন্তে সচাঁকৈয়ে..... বুলি কৈ ৰৈ গৈছিল জিন্টু। ভগাভগা মাতেৰে প্ৰশ্ন কৰিছিল জিন্টুৱে প্ৰফেচাৰ বৰুৱাক। তাৰ পাছত বৰুৱাৰ পৰা প্ৰেচক্ৰিপচনখন লৈ প্ৰায় দৌৰ মাৰিয়েই ওলাই গৈছিল নিজৰ ৰুমলৈ। ডিব্ৰুগড় মেডিকেল কলেজৰ প্ৰফেচাৰ বৰুৱা স্তব্ধ হৈ গৈছিল বিস্ময়, বেদনাত। তেওঁৰ প্ৰিয় মেধাৱী ছাত্ৰ জিন্টুৰ কথা ভাবি আতংকিত হৈ উঠিছিল।

ধৰণীৰ বুকুলৈ তেতিয়া সন্ধ্যা নামি আহিছিল। দিগন্তৰ নীৰবতাই ব্যস্ত মুখৰ পৃথিৱীৰ বুকুলৈ ছটিয়াই দিছিল একাজলি শান্তিৰ নিজৰা। কিন্তু অশান্ত হৈ বৈছিল জিন্টুৰ মন। অন্তৰৰ বেদনাবোৰ গুজৰি-গুমৰি ওলাই আহিব ধৰিছিল চকুলো ৰূপেৰে। বিছনাত পৰি কান্দিব খুজিও ৰৈ গৈছিল জিন্টু। হায়াৰ ছেকেণ্ডেৰী পাছ কৰা এখন পিছপৰা গাঁৱৰ এটি অভাৱ অনাতনৰে ভৰা দুৰ্দশাগ্ৰস্ত পৰিয়ালৰ সন্তান জিন্টু। নানান দুখ-কষ্টৰ মাজেৰে অতিক্ৰম কৰি হায়াৰ ছেকেণ্ডেৰী শেষ পৰীক্ষাত প্ৰথম স্থান পাইছিল। দেউতাৰ অনুমতিক্ৰমে এদিন ওলাই গৈছিল ডিব্ৰুগড় মেডিকেল কলেজত পঢ়িবলৈ। পৰিয়ালৰ সকলোৰে আনন্দত মতলীয়া গৈছিল। কিমান যে আশা কৰিছিল M.B.B.S. পাচ কৰি আহিব বুলি জিন্টুৱে গাঁৱলৈ...আৰু.... জিন্টুৰ বুকুত নতুন উদ্যম, চকুত নতুন আশা লৈ মেডিকেল কলেজত ভৰ্তি হ'ল। জিন্টুৰ সহজ আৰু নম্ৰ স্বভাৱে মেডিকেলৰ প্ৰফেচাৰ আৰু লগৰ বন্ধু-বান্ধৱীসকলক মুগ্ধ কৰিছিল। জিন্টুক লৈ কলেজৰ প্ৰফেচাৰ মহলত বহুতো আলোচনা হয়। কিন্তু কোনেও জানিব নিবিচাৰিলে, জিন্টুৰ ঘৰ ক'ত আৰু ঘৰৰ অৱস্থা কেনেকুৱা। শ্ৰেণীত শান্ত আৰু মেধাবী ছাত্ৰ। এইয়ে আছিল জিন্টুৰ পৰিচয়।

দিনবোৰ আগুৱাই গৈছিল অবিৰাম গতিৰে। জিন্টুৰ জীৱনটোলৈ যৌৱনৰ জোনাক নামিছিল। চৌদিশে দেখা পাইছিল সুন্দৰৰ পায়োভৰ। এটা এটাকৈ পাঁচটা বছৰ পাৰ হৈ গৈছিল। তাৰ জীৱনলৈ আনি দিছিল সাফল্যৰ স্বাক্ষৰ। অৱশেষত M.B.B.S. সুখ্যাতিৰে পাছ কৰিছিল জিন্টুৱে। জিন্টুৰ মাক-দেউতাক, ভায়েক-ভনীয়েকহঁতৰ নিৰ্জ্জীৱ হৈ পৰা হাঁহিবোৰ পুনৰ সাৰ পাই উঠিছিল। তাৰ পাছত ভৱিষ্যতৰ মধুৰ কল্পনাত মুখ উজ্জ্বল হৈ উঠিছিল।

দুখৰ দিনবোৰৰ অৱসান ঘটিবলৈ আৰু মাত্ৰ এটা বছৰ বাকী। তাৰ পাছত....বহুতো ৰঙীণ কল্পনাত জিন্টুৰ মনটো ফৰকাল লাগি যায়। কিন্তু আশা-নিৰাশাৰ তুলাচনীত আশাবিলাক যেতিয়া বেছি হৈ যায় তেতিয়া হেনো সকলো আশা-নিৰাশাৰ পাৰ ভাঙি যায়। এই কথা শুনিছিল জিন্টুৱে মাকৰ মুখত। জীৱনটোত কোনো দিনেই নভবা কথাটোৱেই সত্য ৰূপ ধৰা দিছিল জিন্টুৰ জীৱনত।

এদিনাখন জিন্টুৱে ৰাতিপুৱা চাহ কাপ খাবলৈ লৈ অনুভৱ কৰিছিল তাৰ ডিঙিটোৰ কোনোবা এডোখৰত বিষাইছে। অৱশ্যে সি এই বিষয় ওপৰত বিশেষ গুৰুত্ব দিয়া নাছিল। ভাবিছিল দুই এদিনহে ভাল হৈ যাব। কিন্তু ভাল হৈ যাব বুলি থাকোতেই এসপ্তাহ পাৰ হৈ গ'ল। ডিঙিৰ বিষ ভাল নোহোৱা দেখি ঔষধ খালে। কিন্তু ঔষধে কাম নিদিলে। অধৈৰ্য্য হৈ উঠিছিল তাৰ মন। ইমান সুখ্যাতিৰে ডাক্তৰী পাছ কৰি সামান্য এটা ডিঙিৰ বিষ ভাল কৰিব নোৱাৰি বৰ লজ্জিত হৈছিল সি। নিৰুপায় হৈ সি এদিন সোমাই গৈছিল ডিব্ৰুগড়

মেডিকেলৰ কেন্সাৰ স্পেচিয়েলিষ্ট প্ৰফেচাৰ বৰুৱাৰ চেম্বাৰলৈ। বৰুৱা তেতিয়া ৰোগী চোৱাত ব্যস্ত হৈ থকাৰ কাৰণে ইঙ্গিতেৰে তেওঁক বহিবলৈ ক'লে। ৰোগী চোৱাৰ আজৰি হৈ প্ৰফেচাৰ বৰুৱাই হাঁহি কৈছিল সামান্য এটা ডিঙিৰ বিষৰ বিষয়ে ইমান চিন্তা কৰিবলগীয়া কিটোনো আছে। তেওঁ হাঁহি হাঁহিয়েই ডিঙি পৰীক্ষা কৰাত লাগিল। কিন্তু প্ৰফেচাৰ বৰুৱাৰ মুখৰ হাঁহি লাহে লাহে ম্লান হৈ গৈছিল। কপালৰ ৰেখাবোৰ স্পষ্টকৈ জিলিকি পৰিছিল। তেতিয়া কোঠাৰ ভিতৰত মাথো নিৰৱতাই বিৰাজ কৰিছিল। প্ৰায় পাঁচমিনিটৰ পাছত প্ৰফেচাৰ বৰুৱাই এডোখৰ কাগজ আগবঢ়াই দিছিল জিন্টুলৈ। জিন্টুৰ কাগজখন চাই এনে লাগিছিল যেন তাত থকা প্ৰতিটো আখৰেই একোটা ফেঁটী সাপহৈ আগুৱাই আহিছে তাক দংশন কৰিবলৈ। এইয়া জানো সম্ভৱ? নাই প্ৰফেচাৰ বৰুৱাই ইমান দিনৰ অভিজ্ঞতাৰে পুষ্ট তেওঁ কেতিয়াও ভুল কৰা নাই। জিন্টুৱে আৰু ভাবিব নোৱাৰিলে। প্ৰেচক্ৰিপচনখন লৈ সি ক্ৰমলৈ দৌৰ মাৰি সোমাই গৈছিল।

জিন্টু যোৱাৰ ফালে চাই প্ৰফেচাৰ বৰুৱা ভাবিছিল নতুনকৈ উঠি অহা ফুলৰ কলিটো ইমান সোনকালে নিষ্ঠুৰ ভোমোৰাই শেষ কৰি পেলোৱা কথা। মাক দেউতাকে আশা কৰিছিল আমাৰ 'মইনা' ডাক্তৰ হৈ পুনৰ নগৰৰ পৰা গাঁৱলৈ ঘূৰি আহিব... ঘূৰি আহিব...ঘূৰি আহিব.....

কথা কবিতা ঃ

# পোক

● দেৱৰাজ বৰগোহাঁই
স্নাতক প্ৰথম ষাণ্মাষিক, বাণিজ্য

শীতৰ এটি পুৱতি নিশা। চৌদিশে আধা-আলোক আধা-ছাঁয়াৰ লুকা-ভাকু মেলা। আকাশৰ জোনে শেঁতা পৰা মুখেৰে প্ৰকৃতিৰ কাষৰ পোৱালিবোৰে ব্ৰহ্মপুৰাতে মাক'হঁতৰ কপাহ-কোমল বুকুৰ উম এৰিব লগা হোৱাত 'কিচিৰ-মিচিৰ' চিঞৰ টানিছে আৰু মাকহঁতে বতাহত ডেউকা কপাই উৰি গৈছে আহাৰৰ সন্ধানত। প্ৰকৃতি এতিয়া ইমান শান্ত। মাথোঁ গছৰ ডালে ডালে, পাতে পাতে নিয়ঁৰৰ টোপ টোপ গীতৰ লহৰ। আধা ফুল মেলা শেৱালিৰ ওঁঠত স্নিগ্ধ হাঁহি। টল-মল নিয়ৰৰ মুকুতা পিন্ধা দুবৰিবোৰে ৰ'দালিৰ প্ৰতীক্ষাত ধ্যানমগ্ন। জুৰিটি, যেন শান্ত ঘুৰেৰে মৃদু মৃদু কণ্ঠৰে গীত গাই নাচি নাচি প্ৰকৃতিৰ শান্ত সৌম্য ৰূপকে প্ৰকট কৰি তোলাত ব্যস্ত।

বাঃ নিয়ঁৰেৰে সদ্য-স্নাতা গোলাপজোপাৰ হাঁহিটি ইমান সতেজ টোপ। নিয়ঁৰকণা এটি পাতৰ পৰা নামি আহি গোলাপ কলি এটিত পৰিলহি দেহি, অতপৰে কলিটিয়ে ফুলকলিটিক সহানুভূতি যাচি-তাৰ বুকুৰ ভিতৰত প্ৰৱেশ কৰিবলৈ অগ্ৰসৰ হ'ল, কিন্তু। নিয়ঁৰকণাটি বিস্ময়ত অভিভূত হ'ল, ফুলকলিটিৰ ভিতৰখন দেখো কিহবাই খুলি খুলি খাই পেলাইছে। হায়; ফুকলিটিৰ দুখত বিগলিত হৈ নিয়ঁৰ কণাটিৰ চকুলো নিগৰি ওলাল। টোপ। আন এটি নিয়ঁৰ কণা আহি দুখাভিভূত নিয়ঁৰ কণাটিৰ কাষতে বহিলহি। সি জনালে- মমঘু গোলাপজুপিতে পোক। পোক আনটি নিয়ঁৰ কণা উচপ খাই উঠিল। হয়তো গোলাপজুপিয়ে নিজৰ সৰ্বনাশৰ কথা নাজানে সিহঁতে গোলাপক ক'লে- তুমি নাজানা? তোমাক পোকে খাই খাই নিচিহ্ন কৰিব ধৰিছে।

পৰিতি নিশাৰ প্ৰকৃতিৰ মলয়াজাকত গোলাপৰ অসহায়, কৰুণ বিননি বিণিকি বিণিকি ভাঁহি গ'ল....................।



# বন্ধুত্ব

• মুনমী বুঢ়াগোঁহাই
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

এটা মধুৰ ৰাতিপুৱা। চাৰিওফালে চৰাইৰ কিচিৰ কিচিৰ মাত। ৰাতিপুৱাই সাৰ পাই মায়াৰ মনত পৰিল আজি দিনটোত ঘটা ঘটনাটোৰ কথা। তাই সেইদিনটোত নিজকে বৰ অকলশৰীয়া যেন লাগিছিল তাই এতিয়া বিশ্বাস কৰিবই নোৱাৰে ৰাহুলৰ বাহিৰে বেলেগক। কিয়নো কলেজীয়া জীৱনৰ এটা ভুলে তাইৰ বিশ্বাস কাৰো ওপৰত নাইকিয়া কৰি দিলে।

মায়া আছিল শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰী। তেতিয়া তাই উচ্চতৰ মাধ্যমিক প্ৰথম বৰ্ষৰ ছাত্ৰী। তাইৰ হবি আছিল বন্ধুত্ব গঢ়া। তাই জীৱনত প্ৰথম ল'ৰা হিচাপে বিৰাজক বন্ধু পাতিছিল বহুত বিশ্বাসেৰে। আৰু সেয়াই তাইৰ জীৱনৰ এটা ডাঙৰ ভুল হ'ল বিৰাজেও তাইৰ লগত বন্ধুত্ব স্থাপন কৰিছিল। বিৰাজৰ বাহিৰেও সীমান্ত, সত্যজিৎ, নিয়ৰ, অভিষেক, অবিনাশ, দীপক সকলোৰে লগত ভাল আছিল। যদিও বিৰাজৰ লগত বন্ধুত্বৰ সম্পৰ্ক বেছি গাঢ় হৈ গৈছিল। লগৰ কিছুমানে ভাবিছিল যে সিহঁতৰ মাজত বন্ধুত্ব নহয় বেলেগ কিবা আছিল কিন্তু সিঁহতে বেলেগৰ কথালৈ মন নিদি নিজৰ সম্পৰ্ক অটুত ৰাখিছিল। এনেদৰে দিনবোৰ গৈ আছিল সুকলমে। কিন্তু লাহে লাহে মায়া আৰু বিৰাজৰ মাজত ব্যাঘাত হ'ব আৰম্ভ কৰিলে। সিঁহত দুটাৰ ব্যাঘাতৰ কাৰণ হ'ল নিয়ৰ। যিয়ে মিছামিছি কথা বিৰাজক লগাইছিল মায়াৰ বিষয়ে। আৰু তাইক কৈছিল বিৰাজৰ কথা নিয়ৰে। এদিন নিয়ৰে মায়াক কৈছিল যে "চোৱা মায়া, বিৰাজ বহু বেয়া ল'ৰা। সি মদ খাই, তুমি নাজানা ছাগে, আৰু সি তোমাক ভাল পায় গম পোৱা নাই। তেতিয়া মায়াই নিয়ৰক কৈছিল যে তাই আৰু বিৰাজৰ বন্ধুত্বৰ ওপৰত বিশ্বাস আছে। সেইবাবে বিৰাজৰ একো কথাই শুনিব নিবিচাৰে।

লাহে লাহে বিৰাজ আৰু মায়াৰ বন্ধুত্বৰ এনাজৰীডাল ঢিলা হৈ গ'ল। বিৰাজে আগৰ দৰে কথা নপতা হ'ল। বিৰাজৰ পৰা নিয়ৰে তাইৰ ফোন নাম্বাৰ ললে আৰু বিৰাজৰ বিষয়ে বহুত কিবা কিবি কলে। কিন্তু মায়াই বিৰাজক গভীৰ বিশ্বাস কৰিছিল। সেয়ে নিয়ৰে কোৱা এটা কথাও বিৰাজক কোৱা নাছিল। কিন্তু বিৰাজে মায়াক ভুল বুজিব আৰম্ভ কৰিলে। আৰু ফোন কৰি মায়াক গালি দিব ধৰিলে মিছা কথা সকলোৰে আগত কৈ থকা বুলি কৈ।

এদিন বিৰাজে মায়াক ক্লাছৰ বাহিৰলৈ মাতিলে তাই ভাবিছিল যে সিঁহতৰ মাজৰ ভুল বুজা বুজিবোৰ নাইকীয়া হ'ব। বিৰাজৰ লগতে বহুত ল'ৰা বাহিৰত ৰৈ আছিল। বিৰাজে তাইক মাতি আনি যি কৈছিল সেয়া তাইৰ আজিও মনত আছে। বিৰাজে কৈছিল যে - "মায়া, তুমি জানিবুজিও ইমান ডাঙৰ ভুল কিয় কৰিলা, তুমি গম পোৱাই মই অনন্যাক ভাল পাওঁ বুলি তুমি কিয় এনেকুৱা কৰিলা?" আৰু বহুতো কিবা কিবি যিবোৰ শুনিছিল কিন্তু মনত নাই। তাই কেৱল থিয় হৈ কান্দিহে গৈছিল। আৰু সকলোৰে আগত নিজকে বৰ অসহায় অনুভৱ কৰিছিল। তাই বুজিব বাকী নাছিল যে এইবোৰ কথা নিয়ৰে মিছাকৈ লগাইছে। বিৰাজে তাইক ভুল বুজিলে। তাই বিৰাজৰ বাবে কি কৰা নাছিল? অনন্যাক বিৰাজৰ গোপন প্ৰেমৰ কথা কৈছিল যাৰ বাবে তাই অনন্যাৰ লগত বেয়া হ'ব লগা হৈছিল। কিন্তু নুবুজিলে বিৰাজে তাইক। তাই যিমানে ভাল হ'ব চেষ্টা কৰে সিমানেই সিঁহতৰ সম্পৰ্কত ফাঁটহে মেলে। তাই জানিছিল যি দিনা বিৰাজে নিজৰ ভুল বুজিব নিশ্চয় ক্ষমা বিচাৰিব। এইবাৰ তাই উচ্চতৰ মাধ্যমিক পৰীক্ষাত অৱতীৰ্ণ হ'ব। তাই এতিয়া বহুত সুখী বিৰাজৰ প্ৰিয় বন্ধু ৰাহুলক পায়। আৰু ৰাহুলৰ লগত বন্ধুত্ব স্থাপন কৰি দিছিল মায়াই। যাৰ লগত এবছৰ পঢ়ি কথা বতৰা পাতিও বিশ্বাস গোটাব নোৱাৰিলে সেই বিশ্বাস ৰাহুলে এতিয়া মায়াক কৰে। ৰাহুলে মায়াৰ লগত নপঢ়ে, সদায় লগো নাপায় কিন্তু বন্ধু হ'বলৈ যি লাগে সেয়া ৰাহুলে জানে। আৰু সেয়েই সিঁহতৰ বন্ধুত্বৰ এনাজৰী চিৰযুগমীয়া বুলি ভাবে।

মায়াই জীৱনত এটা ডাঙৰ ভুল কৰিলে সেয়া হ'ল বিৰাজৰ লগত বন্ধুত্ব গঢ়া। আচলতে বিৰাজে বন্ধুত্বৰ অৰ্থই নাজানিছিল। বিৰাজে প্ৰকৃত বন্ধুৰ নামত অভিনয় কৰি আছিল আৰু বন্ধুত্বৰ দৰে এটা মধুৰ সম্পৰ্কত কালিমা সানিছিল। এয়েই বন্ধুত্ব স্থাপন কৰি পোৱা বিশ্বাসঘাটকতা। হঠাতে মায়াৰ হাতত এটোপাল চকুপানী পৰিল তেতিয়াহে তাই গম পালে যে তাই ইমান সময়ে অতীত ৰোমন্থনহে কৰি আছিল।



# আক্ৰোশ

● অঙ্কুৰ প্ৰতিম বৰুৱা
স্নাতক তৃতীয় ষাণ্মাষিক (বাণিজ্য)

আক্ৰোশ হ'ল মনত ৰাখি থোৱা এটা বিশেষ মুহূৰ্তৰ ৰং। এই খঙে বা আক্ৰোশে জীৱনত অপকাৰৰ বাহিৰে উপকাৰ নহয়। মনত আক্ৰোশ ভাৱ নাৰাখিব। সম্পূৰ্ণ মুক্ত হওক।

ক্ষমা কৰক আৰু পাহৰি যাঁওক। মনৰ ভিতৰত আক্ৰোশৰ মলিয়ন জাবৰৰ দ'ম নাৰাখিব।

কোনোবাই কাৰোবাক কেতিয়াবা এনেদৰে কোৱা শুনিছেনে বাপু? মই ক্ষমা কৰিব পাৰো, কিন্তু পাহৰিব নোৱাৰো। যেতিয়া কোনো কোনো ব্যক্তিয়ে ক্ষমা কৰিবলৈ অমান্তি হয় তেওঁ প্ৰকৃততে ক্ষমা কৰা বা ক্ষমা খোজাৰ প্ৰয়োজনবোধ হোৱা দুৱাৰ বন্ধ কৰি দিয়ে। পিছে আমি আক্ৰোশবোৰ মনত পুহি ৰাখিলে আৰু সদায় আপত্তিৰ ভাব ৰাখিলে আমি প্ৰকৃততে কাক কষ্ট দিয়া হয় ভাৱকচোন? নিজকে নহয় জানো?

পৰাপক্ষত কোনোজনৰ প্ৰতি আক্ৰোশ ভাৱ নাৰাখি মন পৰিস্কাৰ আৰু শুদ্ধ কৰি ৰখাটোৱেই বিশেষ প্ৰয়োজন।

ঠিক তেনেকৈয়ে এখন গাঁৱত এসময়ত আকাশ আৰু অমল নামৰ নলেগলে লগা দুজন বন্ধু আছিল। দুয়োজনৰ মিলা প্ৰীতিৰ সীমা নাছিল। দুয়ো দুয়োকে নেদেখাকৈ খন্তেক থাকিব নোৱাৰিছিল। অথচ দৈৱ দোষতেই হওঁক বা নিজৰ ভুল বুজা বুজিৰ দোষতেই হওঁক দুয়োৰো বিচ্ছেদ ঘটিল। বহু বছৰ দুয়ো এৰা এৰি কৰি থাকিবলৈ ল'লে আৰু তেনেদৰে দিনবোৰ পাৰ হ'ল।

দুৰ্ভাগ্যবশতঃ এদিন আকাশ এটা অসুখত ভুগিব ধৰিলে। দুখ যান্ত্ৰণাত আকাশ জৰ্জৰিত হৈ পৰিল আৰু লগে লগে মনত পৰিল প্ৰাণসম বন্ধু অমললৈ। তাহানিৰ অন্তৰংগ বন্ধু অমল যে কিমান মৰমৰ আছিল। হুৰহুৰকৈ চকুৰ পানীবোৰ বাগৰি আহিল দুগালৰে। ইফালে অসুখৰ চাপ অধিক গভীৰ হৈ আহিল আকাশৰ। তেতিয়া তেওঁৰ দ্ৰুতগতিৰে মনলৈ আহিল বন্ধু অমলৰ মুখখনি। তেওঁ অধৈৰ্য্য আৰু মৰ্মাহত হৈ পৰাত লগে লগে খবৰ দিলে অমললৈ। অমলেও তেনে এটা গভীৰ মুহূৰ্তলৈকে আগ্ৰহেৰে অপেক্ষা কৰি আছিল নিৰবে নিঃশব্দে। খবৰটো পায় বন্ধু বিৰহত অন্তৰখন চুৰমাৰ হোৱা যেন লাগিল। চকুদুটিও সেমেকি আহিল। লগে লগে বন্ধুৰ ঘৰলৈ যাত্ৰা কৰিলে, হঠাতে অমলক দেখি আকাশে ক্ষমা বিচাৰি ক'লে-

"মোৰ মৃত্যু নিশ্চিত বন্ধু, তাৰ আগতে আমি দুয়ো ইজনে সিজনক ক্ষমা কৰি দিও আহা আৰু যেন অতীতৰ কথাবোৰ পুনৰ বিশ্লেষণ নহয়। দুঃস্বপ্নৰ দৰে সকলো পাহৰি যাওঁ পূৰ্বৰ সেই দুৰন্ত আক্ৰোশ বোৰ।" অমলৰ অন্তৰখন তেতিয়া অত্যাধিক দুখৰ মাজতো পূৰ্ণিমাৰ আকাশখনৰ দৰে মুকলি হৈ পৰিল। সেই মুহূৰ্ততে অমলে আকাশক সাৱতি ধৰি দুগাল ভৰাই চুমা দি অন্তৰত ভাল পোৱাৰ প্ৰেৰণা জগালে।

মৃত্যু যন্ত্ৰনাত অধীৰ হৈ আকাশে অমলক ক'লে- 'বন্ধু আক্ৰোশ ধৰি ৰাখিবলৈ জীৱনটো বৰ চুটি। আক্ৰোশ ধৰি ৰাখি থোৱাৰ কোনো আৱশ্যক নাই। আজিৰ পৰা মই তোমাৰ প্ৰতি থকা আক্ৰোশ ত্যাগ কৰিলো। মৃত্যুৰ পিছতো যেন তোমাকেই বন্ধু হিচাপে পাওঁ জনমে জনমে। ▶▶▶

## এক যাত্ৰা....




# ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ সৈতে

• *অনিতা বুঢ়াগোঁহাই*
*প্ৰাক্তন ছাত্ৰী*

মানুহৰ জীৱনত প্ৰত্যেকৰে একোটা হবি বা নিচা থাকে। ভিন্নজনৰ ক্ষেত্ৰত ভিন্নধৰণৰ হ'ব পাৰে। কিছুমানৰ সেই হবি বাস্তৱত পৰিণত হয় আৰু কিছুমানৰ নহয়। সকলো কাম কৰিবলৈ ইচ্ছা শক্তিৰ প্ৰয়োজন যাৰ যোগেদি অসাধ্য কাম এটাও সুকলমে চেষ্টাৰ যোগেদি সফল কৰিব পাৰি।

সৰুৰে পৰা নৃত্য, গীত, নাটকৰ প্ৰতি আগ্ৰহী আছিলো আৰু নিজৰ চেষ্টাৰে বিভিন্ন ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাইছিলো আৰু কিছু কিছু ক্ষেত্ৰত সফলো হৈছিলো। নাটকৰ প্ৰতি সৰুৰেপৰা এক বিশেষ দুৰ্বলতা আছিল। নাটকৰ জগতখনত অকণমান সফল হোৱাৰ এটা সোণালী সুযোগ লাভ কৰিছিলো ২০১২ চনত। ২০১২ চনৰ ২০ জুন তাৰিখে দৈনিক জনমভূমি কাকতত ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ অধীনত অসম ভিত্তিক নাটক কৰ্মশালাৰ এটা বাতৰি প্ৰকাশ পাইছিল। কৰ্মশালাৰ তত্বাৱধায়ক আছিল ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ত অধ্যয়ন কৰা শিৱসাগৰ জিলাৰ প্ৰথম স্নাতকোত্তৰ গড়গাঁৱৰ পলাশ প্ৰতীম মেচ। ২২ জুন তাৰিখে নাজিৰা নাট্য মন্দিৰত পবিত্ৰ ৰাভাই কৰ্মশালাত অংশগ্ৰহণকাৰীৰ অডিচন লৈছিল। অসমৰ বিভিন্ন ঠাই মাজুলী, ধেমাজী আৰু শিৱসাগৰৰ বিভিন্ন ঠাইৰ পৰা এই কৰ্মশালাত অংশগ্ৰহণ কৰিবলৈ ল'ৰা-ছোৱালী আহিছিল। কৰ্মশালাৰ বাবে মাত্ৰ ২৫ জন অংশগ্ৰহণকাৰী নিৰ্বাচন কৰিছিল। ভাগ্যক্ৰমে মইও এই কৰ্মশালাত অংশগ্ৰহণৰ কৰিবলৈ নিৰ্বাচিত হৈছিলো। কৰ্মশালা গড়গাঁও মহাবিদ্যালয়ৰ প্ৰেক্ষাগৃহত ২৪ জুনৰ পৰা ২৪ জুলাইলৈ হৈছিল। এমহীয়া কৰ্মশালাত আমাক ঘৰলৈ আহিবলৈ দিয়া নাছিল। মহাবিদ্যালয়ৰ হোষ্টেলত থাকিবলৈ দিছিল। ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ অধীনৰ এই এমহীয়া কৰ্মশালাই মোৰ জীৱনত বিশেষ স্থান দখল কৰিলে। কৰ্মশালাত শিকাবলৈ ৰাষ্ট্ৰীয় নাট্য বিদ্যালয় দিল্লীৰ পৰা অধ্যয়ন কৰা অসমৰ পবিত্ৰ ৰাভা, ৰবিজিত গগৈ, গুণমণি বৰুৱা, অনুপম কৌশিক বৰা, স্তুতি জ্যোৎস্না হাজৰিকা, প্ৰণামী বৰা, নাট্য বিদ্যালয়ৰ শিক্ষক ৰবীন দাস, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পাৰফৰ্মিং আৰ্টৰ গৌতম শৰ্ম্মা, শিৱসাগৰৰ বিশিষ্ট নাট্যশিল্পী প্ৰশান্ত শৰ্মা আহিছিল। এই লোকসকলৰ লগত এমাহ কটায় বিভিন্ন স্মৰণীয় অভিজ্ঞতা লাভ কৰিছিলো। কৰ্মশালা ৰাতিপুৱা ৬ বজাৰ পৰা গধূলি ৮ বজালৈ হৈছিল। কৰ্মশালাৰ যোগেদি জীৱনটোক নতুনকৈ সজাবলৈ। নিজকে চিনি পাবলৈ শিকিছিলো। কৰ্মশালাত শাৰীৰিক, মানসিক ব্যায়ামৰ লগতে নাটকৰ লগত বিভিন্ন ঘটনা, নাটক সম্পৰ্কে বিভিন্ন জ্ঞান, দেশ-বিদেশৰ বিভিন্ন নাটকৰ কথা, নাটকৰ চেট, লাইট,

কৰিঅ'গ্ৰাফ সংগীত, সাজপাৰ আৰু আন বহুতো কথা শিকিব পাৰিছিলো। কৰ্মশালাত কটোৱা দিনবোৰ স্মৰণীয় হৈ ৰ'ব। কৰ্মশালাত নিজৰ প্ৰতিভা দেখুৱাৰ লগতে আনৰ প্ৰতিভা চোৱাৰ সুবিধা লাভ কৰিছিলো। কৰ্মশালালৈ বাছনি হৈ অহা ল'ৰা-ছোৱালীবোৰ নিজৰ নিজৰ ক্ষেত্ৰত পাকৈত আছিল, সংস্কৃতিৰ বিভিন্ন বাদ্যযন্ত্ৰ যেনে ঢোল, খোল, ডবা, গগনা, পেঁপা, বাঁহী, টোকাৰী, নেগেৰা, তাল, থাম, মৃদংগ আদিৰে এক নতুন সংমিশ্ৰনৰ সৃষ্টি হৈছিল। বিভিন্ন আনন্দৰ মাজেৰে এখন নাটকৰ ৰূপ দিয়াৰ চেষ্টা কৰিছিল। কৰ্মশালাৰ অন্তত এখন নাটক প্ৰদৰ্শিত কৰিছিলো। নাটকখন কোনো ব্যক্তি কাহিনী জীৱনৰ লগত সংগতি নাছিল। এমাহত যি শিকিছিলো তাৰপৰাই সকলোৰে একান্ত প্ৰচেষ্টাত এখন অদ্ভুত ধৰণৰ নটক কৰিছিলো। নাটকৰ নাম আছিল "শ্ৰীশ্ৰী চক্ৰ"। নাটকখন মানুহৰ জন্মৰ আগৰ আৰু মৃত্যুৰ পাছৰ ঘটনাৰ ওপৰত আধাৰিত আছিল। বিভিন্ন লোককথা, নিচুকণি গীত, লোকসংগীত, হৰিনাম, বিহু আদিৰে মানুহৰ জীৱনৰ বিভিন্ন ভাৱনা যেনে দুখ-বেদনা, আনন্দ-ভয়, সুখ আদিক দেখুৱাইছিল। নাটকখনৰ উদ্দেশ্য এইটোৱে আছিল যে সকলো আত্মা একে আৰু সমান যাৰ মাজত কোনো লিংগ, স্থিতি, ভেদভাৱ নাই। এনে এখন নাটক কৰিবলৈ পাই মই বৰ সুখী হৈছিলো। নাটখন গড়গাঁৱৰ প্ৰেক্ষাগৃহত ২৪ জুলাই আৰু ২৫ জুলাইত প্ৰদৰ্শিত হৈছিল।

নাটকৰ উপস্থাপন হোৱাৰ পাচত নাটকখনে বহুতো সমাদৰ লাভ কৰিছিল। তাৰ পাছতে নাটকখনে বিভিন্ন ঠাইত প্ৰদৰ্শন কৰাৰ বাবে সুবিধা লাভ কৰিছিল। OFTAS (Omni Flame The Art Society, Dibrugarh) Group এ বিভিন্ন ধৰণে সহায় আগবঢ়াইছিল। গড়গাঁৱৰ প্ৰেক্ষাগৃহত উপস্থাপন হোৱাৰ পাছতে নাটকখন কেৰেলা আৰু ত্ৰিপুৰাৰ নাটক মহোৎসৱলৈ নিৰ্বাচিত হৈছিল। কিছুমান অসুবিধাৰ বাবে তাত প্ৰদৰ্শন কৰিবলৈ অসমৰ্থ হৈছিলো। ভাগ্যক্ৰমে নাটকখন ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ৰ 15 th theater Mahotsav (Bharat Rang Mahotsav) লৈ নিৰ্বাচিত হৈছিল। দেশ-বিদেশৰ হাজাৰ হাজাৰ নাটকৰ ভিতৰত আমাৰ নাটকখন নিৰ্বাচিত হৈছিল। এই মহোৎসৱটো ৰাষ্ট্ৰীয় নাট্য বিদ্যালয়ত দিল্লীত প্ৰতিবছৰে অনুষ্ঠিত হয়। ২০১৩ চনত ৫ জানুৱাৰীৰ পৰা ২০ জানুৱাৰীলৈ হৈছিল। ২০১৩ চনৰ এই মহোৎসৱত ৮৫ খন নাটক উপস্থাপন হৈছিল। আমাৰ নাটকখনো ইয়াৰ মাজতে আছিল। বিভিন্ন ঠাই যেনে, পাকিস্তান, কলকতা, শ্ৰীলংকা, নিউ দিল্লী, ইটালী, চীন, হায়দৰাবাদ, পোলেণ্ড, পুনে, ইম্ফল, মুম্বাই, আফগানিস্তান, ফিৰোজাবাদ, মাইচোৰ, ভূটান আদি বিভিন্ন ঠাইৰ নাটক বিভিন্ন ভাষাত প্ৰদৰ্শিত হৈছিল। অসমৰ পৰা আৰু দুখন নাটক এই মহোৎসৱলৈ নিৰ্বাচিত হৈছিল। পাকিজা বেগমৰ পৰিচালনাত 'শৰ কটা মানুহ' আৰু ভাগীৰথীৰ পৰিচালনাত শেক্সপীয়েৰৰ 'জুলিয়াচ চীজাৰ''। নাট্য বিদ্যালয়ৰ ১০টা মঞ্চত বিভিন্ন সময়ত বিভিন্ন নাটক চলি আছিল। মঞ্চসমূহ আছিল



SRG, L.T.G, Bahumukh, Sammukh, Kamani, Abhimanch, Meghdoot 1, Meghdoot 2, Meghdoot 3, NSD Open Air। আমাৰ নাটকখন Abhimanch ত প্ৰদৰ্শিত হৈছিল। Abhimanch ত নাটক কৰাৰ অভিজ্ঞতা অতি সুন্দৰ আছিল। সকলোৰে প্ৰচেষ্টাত নাটকখন সুন্দৰভাৱে প্ৰদৰ্শিত হৈছিল। নাটকৰ দৰ্শকসমূহ বিভিন্ন দেশৰ আছিল। নাটকখন ১ ঘণ্টা ২০ মিনিটৰ আছিল ১৩ জানুৱাৰীৰ ৰাতি ৮-৩০ ৰ পৰা আৰম্ভ হৈছিল। সেইদিনা মাঘ বিহুৰ উৰুকাৰ ৰাতি আছিল। আমাৰ অসমৰ বিভিন্ন সংস্কৃতি দিল্লী আৰু বিভিন্ন দেশ-বিদেশৰ দৰ্শকৰ আগত দেখুৱাবলৈ পাই নিজকে গৌৰৱ অনুভৱ কৰিছিলো। নাটকৰ শেষত নাট্য বিদ্যালয়ত অধ্যয়ন কৰি থকা অসমৰ ছাত্ৰ-ছাত্ৰীৰ লগতে আন বহুতো লোকে আমাৰ লগত বিহু কৰিছিল। দিল্লীত থকা দিনকেইটা খুব আনন্দেৰে পাৰ কৰিছিলো।

নাট্য বিদ্যালয়ত উপস্থাপন হোৱাৰ পাছত নাটকখনে কৰ্ণাটকৰ এটা ৰাষ্ট্ৰীয় মহোৎসৱত অংশ গ্ৰহণ কৰিছিল। মোৰ B.Com. Final পৰীক্ষা চলি থকা বাবে মই অংশগ্ৰহণ কৰিব নোৱাৰিলো। বৰ্তমানেও নাটকখনে বহুতো চৰ্চা লাভ কৰি আছে। এইটো বছৰতে অসমৰ বিভিন্ন ঠাইত প্ৰদৰ্শন হোৱাৰ সম্ভাৱনা আছে।

মুঠতে গড়গাঁও মহাবিদ্যালয়ৰ প্ৰেক্ষাগৃহৰ পৰা আৰম্ভ কৰি ৰাষ্ট্ৰীয় নাট্য বিদ্যালযৰ Abhimanch লৈ কৰা এই যাত্ৰা সচাঁই অতি অনুপম অভিজ্ঞতা। এই অনুপম অভিজ্ঞতাই মোক ভৱিষ্যত জীৱনলৈ আগবাঢ়ি যাবলৈ সহায় কৰিব।

# হে জগত জাগা

● গৌৰৱ নন্দন বৰদলৈ
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

হে জগত, হে পৃথিৱী
হে ধৰিত্ৰী, হে ধৰণী
জাগা, জাগা উঠা জননী।
তোমাৰ বুকুত আজি
সকলো উত্তাল,
শান্তিৰ সুৰ নিগৰোৱা
অহিংসাৰ ঝংকাৰ বজোৱা
এই সুৰেৰে সকলোকে
পুলক জগোৱা।
তোমাৰ বুকুতে আজি কত নিৰীহৰ মৃত্যু
তোমাৰ বুকুতে কত আজি সন্ধানহীনা
তুমি শুনা নাই নে,
তোমাৰ বুকুতে ফুটা বোমা বাৰুদৰ
বিশাল শব্দ?
বিস্ফোৰিত হৈছে সমগ্ৰ অসম
জাহ গৈছে তোমাৰেই সন্তান,
কিয় কোনো ব্যৱস্থা নাই
কিয় কোনো নিৰাপত্তা নাই
নাই নে কোনো পৰিত্ৰাণৰ উপায়?
কেওঁ দিশে আৰ্তনাদৰ খেলা
সকলো আজি ভয়ত পেঁপুৱা
কম্পিত অসমত নাই একতা নাই সত্তা
সকলো যে ভয়ত পেঁপুৱা।
শঙ্কৰ মাধবৰ অসমত নাই আজি জাগত শক্তি,
জাগা, জাগা জগত, তুমিয়েই দেখুওৱা
তোমাৰ অবিনৱ ঐশ্বৰিক শক্তি।
কৰো আজি প্ৰাৰ্থনা ঈশ্বৰক
সকলোকে কুশলে ৰাখক,
নহওঁক যেন জগত তোমাৰ বুকুত
হিংসা, অনীতি, আৰ্তনাদ,
এয়ে আমাৰ কামনা।
জাগা, জগত জাগা, জগত
তুমি জাগি উঠা।



# অনুশোচনা

● জোনটি পাটৰ
অধ্যাপিকা, অসমীয়া বিভাগ

কেতিয়াবা পোৱাৰ বাবে
কেতিয়াবা নোপোৱাৰ বাবে
কেতিয়াবা পাই হেৰুৱাৰ বাবে
জীৱন পৰিসৰত অনুভৱ কৰো।
কেতিয়াবা নিজেই বুজি নাপাওঁ
জীৱনৰ পৰা কি পালো
কি নাপালো
কি হেৰুৱালো।
বুজা-নুবুজা, পোৱা-নোপোৱাৰ
মাজেৰেই জীৱন আগবাঢ়ে
সৰ্পিল গতিৰে,
নিষ্ঠুৰ সময়ৰ বলুকাত
উদ্‌ভ্ৰান্ত প্ৰেমিকৰ দৰে।



# আক্ষেপ

● ঋতুৰাজ বৰুৱা
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)

মোৰ জীয়া মৰমক উপেক্ষা কৰি
কোৱা, কিনো ভাল পোৱা
হৃদয়ৰ নিভৃত কোণৰ
আশাৰ চাকিটি জ্বলাবলৈ
কোৱা, কিয় বাধা দিয়া
মিলন তীৰ্থৰ দৰে
এটি মিঠা নামক
কোৱা, কিয় হেলা কৰা
ইতিৰেখা টনাৰ আগতে
ক'ৱালেকি, নিজকে সুধি চোৱা।

# কজলা মেঘ

• *কৌৰাংগ বৰগোহাঁই*
*সহকাৰী প্ৰবক্তা, বাণিজ্য বিভাগ*

এজাক ধুমুহাৰ লগত
মই মেঘ বৰণ কজলা চকুৰ
অজলা ফকিৰ আৰু অঘৰী কবি।
মোৰ কবিতা হয় বিবাদ
যেতিয়া মেঘৰ বুকুত
আবেগৰ হেন্দুলনি
জোনাক হয় ধুমকেতুৰ বাষ্পপিণ্ড
নিয়ৰ হয় মোৰ বাবে
জুলীয়া কাঁইট। ▶▶▶



# জীৱন

• *বৰ্ণালী দাস*
*পি.জি.ডি.চি.এ.*

শব্দবোৰ শেষ হয়
ক্ৰমশঃ মৰি আহে এটা কবিতা
সময়ৰ বিষাক্ত চুমাত
দুদিনতে হেৰাই যায় অৰ্থবোৰ
এখন ছবি, এটা ঘৰ, এখন নদী...
এনেকৈ জানো পূৰ্ণ হয় সেউজীয়া?
হৃদয়ৰ ফটমেলা উপত্যকাতো আজি
কবিতা নগজে।

সেয়ে হ'লেও দুভৰিত নূপুৰ পিন্ধি
পৃথিৱীয়ে ঝংকাৰ তোলা ময়োতো শুনা নাই
কিমান দিন জীয়াই থাকিব বাৰু আকাশ।।
বৰষুণৰ গাত জুই লাগিলেই
আকৌ এটা কবিতা মৰিব
ক্ৰমশঃ শেষ হ'ব সেউজীয়া...।। ▶▶▶

# আকাশ

• *ৰিমঝিম বৰঠাকুৰ*
*স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)*

আকাশ,
তোমাৰে বক্ষৰ বিশালতাত মূৰ গুজি
উপলব্ধি কৰো এক চিৰশাশ্বত অনুভূতি
কিমান যে ক্ষুদ্ৰ মই-মোৰ হৃদয়
মোৰ এই ক্ষুদ্ৰ জীৱনটো দেখোন
শোক সাগৰ সীমনাতে হাবু ডাবু খাই.....
তোমাৰ বাৰু অলপো দুখ নাইনে?

আকাশ,
নীৰৱ সময়ৰ নৈঃশব্দতাত কেতিয়াবা ভাবো,
কিদৰে সহা তুমি
বিজুলী গাজনিৰ তীব্ৰ শব্দ........
সূৰ্যটোৰ সুতীব্ৰ উত্তাপ..........
ডাৱৰৰ হীম শীতলতাক.......
তোমাৰ বাৰু অনুভূতি নাইনে?

আকাশ,
মনে মোৰ বিচাৰে বিলীন হৈ যাবলৈ তোমাৰ মাজত
তুমি সাজু আছা হয়তো............
মোক তোমাৰ বক্ষত আকোৱালি ল'বলৈ??

নে...
তুমিও মোকে উপেক্ষা কৰিবা
এই নিষ্ঠুৰ মানবৰ দৰে??'

মই তোমাক ভাল পোৱাৰ দৰে......
তুমিও মোক ভাল পোৱানে
আকাশ?? ▶▶▶

# ব্যতিক্ৰম

● প্ৰিয়ংকা খঙীয়া
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

মনৰ ফেনিল সমুদ্ৰত বহতো সপোন উৰি ফুৰে-
নীলাভ ৰাশিৰ মাজত দোলা দিয়া তৃষ্ণা প্ৰিয়া আশাবোৰক
আবাহনী মনৰ নিৰপেক্ষ ভাৱনাই আশাবোৰ জীপাল কৰে
ৰু ৰুৱাই জ্বলা অনুৰাগী কামনাই প্ৰজা বিচাৰি উৰি যাব-
অচিনাকী সপোনৰ অপৰূপ ছবিয়ে ডোলা দিয়ে ভাবৰ
সাগৰত।
অভিলাষী মনৰ আবাহনী সপোনৰ
ফুটো ফুটোকৈ থকা হাঁহিবোৰ
তুলাৰ সীমাত বৈ থাকে
সীমা অতিক্ৰম কৰি সিহঁত আহিব নোৱাৰে
বাধাৰ প্ৰাচীৰ চৌদিশে প্ৰসাৰিত
অজুহাতৰ আশংকাত মই একো নকৰাকৈ নৰওঁ
যদিহে ভৱিষ্যতৰ অলপ প্ৰেৰণাভৰা এমুঠি ভাষা পাওঁ
বাধাৰ প্ৰাচীৰখনো মুক্ত যেন পাওঁ আৰু...
ভাবৰ সাগৰতচোন সপোনৰ ছবিয়ে বাগৰ সলাই থাকে
কিবা আপোন গোন্ধ পাইছোচোন সকলোবোৰত...
কিবা চিনাকী চিনাকী...
আৰু সকলোবোৰ ব্যতিক্ৰম হৈ পৰিছে নেকি???
হয়তো... মাথোঁ আশা হে !!!
উস !!! সপোনেহে পাগল কৰিছে... ▶▶▶



# পোহৰৰ প্ৰতীক্ষাত

● ৰিম ঝিম বৰঠাকুৰ
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)

অমানিশাৰ আন্ধাৰ ফালি
নিনাদিত হ'ল
এজাক পখীৰ কলৰৱ...
ক্ষত বিক্ষত পখীৰ নীড়ত
বিষাদৰ জোৱাৰ।।

দিশহাৰা হৈ
প্ৰাণৰ মমতা লৈ
সিহঁতৰ সন্ধান
শান্তিৰ এক সুন্দৰ নীড়...

জয়াল ৰাতিৰ আন্ধাৰে
আশাহত কৰে
সিহঁতৰ সেউজীয়া আশা,
আঘাত কৰে বাৰে বাৰে
সিহঁতৰ সপোন...

মাতৃহাৰা;
এজাক শিশুৰ উচুপনিত
ভংগ হয় বিভীষিকাময়
ৰাতিৰ নিৰৱতা...

বিষাদৰ ছাঁতে অপেক্ষা মোৰ
শান্তিৰ এক নতুন পোহৰৰ
সূৰুজৰ মৰমী উত্তাপৰ

য'ত,
নীড়হাৰা পখীয়ে জুৰিব ঐক্যতান
মাতৃহাৰা শিশুৱে
গাব আশাৰ গান...
শান্তিৰ অতন্দ্ৰ প্ৰহৰী মই
প্ৰতীক্ষা
সেই সুন্দৰ সময়লৈ.... ▶▶▶

# হাই, গুৱাহাটী

● হিৰক জ্যোতি চুতীয়া
স্নাতক পঞ্চম ষাণ্মাৰ্ষিক (বাণিজ্য)

হাই গুৱাহাটী তোমাৰ বুকুত
এইয়া কিহৰ জুই?
প্ৰতিদিনেই তুমি ধ্বংসৰ পথত।
হেই গুৱাহাটী তোমাৰ বুকুত
এইয়া কিহৰ
জুই?
প্ৰতিদিনেই হত্যা, লুন্ঠন, ধৰ্ষণ
কিম্বা বোমা বিস্ফোৰণ।
হাই গুৱাহাটী সঁচাকৈয়ে বাৰু
তোমাৰ অস্তিত্ব
শেষ হৈ যাব নেকি। ▶▶▶

# এটি নিশাৰ কবিতা

◎ পূৰবী দুৱৰা
পি.জি.ডি.চি.এ.



মোৰ ডায়েৰীৰ পৃষ্ঠাত সেমেকি যোৱা এটা প্ৰেমৰ কবিতা
লিখো লিখোকৈ লিখিছিলো হৃদয়ৰ আবেগেৰে
এটা উত্তাল প্ৰেমৰ কবিতা।

ক'ত জানো থমকি ওলমি ৰৈছিল কাঁচি জোনৰ
আগটি আৰু তৰাৰ হেন্দোলনি;
ক্ৰমাৎ উজ্জ্বল হৈ উঠিছিল বাৰীৰ ঢাপৰ মধুৰীজোপা
আৰু জোনাক ৰবখুণ মিহলি নিশাটোত মধুৰীবোৰ
ৰৰকৈ উমলি-জামলি উঠিছিল।
আৰু
মই
উজাগৰে কটোৱা নিশাটোত
তুমি কেতিয়াও ঘূৰি নহাৰ প্ৰতিশ্ৰুতিবোৰে—
ৰৰকৈ সেমেকাই তুলিছিল মোৰ ডায়েৰীৰ
পৃষ্ঠাবোৰ... ▶▶▶

# আশাৰ সূৰুয

● নিহাৰিকা বৰ্মন
স্নাতক প্ৰথম যাণ্মাষিক (কলা)



নতুন সূৰুযৰ সোণালী কিৰণ
সাধুময় কোঠৰীত আনন্দৰ মিলন
সুললিত কণ্ঠৰ জীপাল জীপাল ভাবা
নিৰাশাবিহীন জীৱনৰ নতুন নতুন আশা
ৰক্ত কলিজাৰ বিষাদ বিষাদ যাতনা
বব খোজে হৃদয়ত বুজাব নোৱাৰা তাড়না
নিস্তব্ধ হৃদয়ত নানা ৰঙৰ সপোন
পাৰিবা জানো হ'ব সপোনৰ সৈতে আপোন
জীৱন বাটত যদি যাব খোজা আগুৱাই
নিজকে ৰাখিবা সদায় সকলো দিশতে আগবঢ়াই
মিঠা সোণালী সুন্দৰ সুবাস
নিজৰ মাজতে সুকাই থাকে প্ৰতিভাৰ বিকাশ
উজ্জ্বল জোনাকৰ জিল মিল পোহৰ
পাতৰ মাজত ফুলি থাকে সুগন্ধি ভৰা নাহৰ
আলোক বিজয়ী প্ৰাণ নানা আশাৰে ভৰা
পথে পথে বিচাৰা যেন সফলতাৰ নিজৰা। ▶▶▶

# জেৰেঙাক সুঁৱৰি

● নিমীষা লাহন
স্নাতক প্ৰথম ষান্মাষিক (কলা)

জেৰেঙাৰ বুকুৰেদি উৰিযোৱা চৰাই জাকেও
চকুলো টুকি টুকি
সুঁৱৰি যায়
জয়াৰ স্মৃতিক
হৃদয়ৰ ভাষাৰে
কৈ যায়..............
জয়াৰ কাহিনী
অসমীৰ শান্তিৰ বাবেই
হয়তো জয়াই সহিছিল
কোট-কোবা গছৰ, চোৰাত পাতৰ
আৰু ক'ত অত্যাচাৰ।
বুৰঞ্জীৰ পাতত উজলি উঠে
চ'তৰ তেৰ তাৰিখৰ সেই
অসমীৰ জীয়ৰী
অসমীৰ বোৱাৰী
সতী জয়াৰ শান্তিৰ ছায়াছবি।
দিগন্ত পোহৰৰ জয়সাগৰত
সেয়েহে...
এতিয়াও জিলিকি উঠে
জয়াৰ তেজেৰে ৰাঙলী হোৱা
জেৰেঙাৰ অতীত। ▶▶▶



# বানপানী

● নয়ন মণি বাইলুং
স্নাতক প্ৰথম ষান্মাষিক (কলা)

মৃত্যুময় পথত পাণৰ প্ৰেয়সী
আশাৰ সৈতে যুঁজ কৰে হেঙুলী ধৰণী
পৃথিৱী কঁপাই যোৱা ৰক্তহীন তেজাল সোঁত
বৰ খোজে হৃদয়ৰ কোঁহে কোঁহে
ঘাত-প্ৰতিঘাতৰ জীৱনৰ সপোন
নিমিষতে হেৰাল যেন আশাৰ দাপোণ
কুমলীয়া কলিজাৰ আঘাত সনা মাত
কাতৰেৰে বিনাইছে সকলো নিমাত
নৱ জীৱনৰ সুন্দৰ সপোন
আকাল সোঁতে উটাই নিলে সপোনবোৰ নতুন
নিস্তব্ধ আকাশ, নিস্তব্ধ বতাহ
কেৱল অহৰ্নিসে শুনিছো নিঠুৰা প্ৰাণৰ আটাহ
হাঁহি ধেমালিৰে ভৰা ৰঙীণ জীৱন
পলকতে হেৰাল হাঁহি ভৰা মন
কাতৰ প্ৰাণৰ দুখৰ বিননী
ধাৰাসাৰে বানে উটালে সুন্দৰ ধৰণী। ▶▶▶

# বন্ধুত্বৰ এনাজৰী

● পল্লবী বৰুৱা
স্নাতক প্ৰথম ষান্মাষিক (কলা)

জীৱন হ'ল এখিলা
শুকান পাত,
যেতিয়াই সৰি যায়
তেতিয়াই হেৰাই যায় তাৰ অস্তিত্ব
মৰম হ'ল এপাহ
গোলাপ ফুল,
যেতিয়ালৈকে ফুলি থাকিব
তেতিয়ালৈকে সুবাস বিলাই হৃদয় জুৰাব।
আৰু জানা, বন্ধুত্ব হ'ল
জীৱনৰ আটাইতকৈ দামী উপহাৰ,
যাক আমাৰ বাবে
ভগবানে সুখ আৰু দুখৰ
লগৰী হিচাপে উপহাৰ দিয়ে। ▶▶▶



# পিঁয়াহ

● চয়নিকা গগৈ
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

নিয়ৰৰ মুকুতা সৰে অৱসাদ সামৰি
বিন্দু বিন্দু জীৱন উটি যায়
জোনাকে ছানি ধৰা নৈ খনত
কিযে এক প্ৰাণোচ্ছল মোৰ মন,
হেঙুলীয়া বং সানি বেলিটি অতীত হৈ পৰিল
মই যেন অজান তৃষ্ণাতুৰ বহু যুগৰ
জোনাকৰ দেশত বৈ থকা নৈ খন চাবলৈ
কিয় এনে হয় জানিও নাজানো
নতুন সপোন আহে নিতৌ সিৰা-উপসিৰাইদি
দিঠকত খোৱা উজুটিবোৰ
পাহৰণি নৈখনত উবুৰি উপঙি যায়
নিয়ৰৰ কালিই আহিবা জোনাকৰ লগত
প্ৰতিশ্ৰুতিৰে বহু কথা ক'ম নতুনত্বৰ
নতুন সিও যে হৈ পৰিব পুৰণি
শান্তি-প্ৰশান্তি বোলা শব্দবোৰ তাতে বিচাৰিম।



# তুমি

● তপন জ্যোতি বৰুৱা
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)

অতীতৰ স্বপ্নময় সোণালী দিনটিৰ দৰে
তুমি অহা হ'লে
মোৰ হৃদয়ৰ একোঠোলীয়া কোঠালিলৈ
কথাবোৰ যদি চিনেমাৰ দৰে হ'লহেঁতেন
ৰিমঝিম বৰষুণত তিতি
মোৰ মন..
লাস্যময় হ'লহেঁতেন,
আৰু মই গুণগুণাই গালোহেঁতেন
কিন্তু ক'তা!
এতিয়া আৰু এইবোৰ?
এইবোৰ একোৱেই নহয়,
সাধোঁ মই ভাবোহে
কিন্তু এইয়া জানো বাস্তৱ হয়?
মৰুত দিক হেৰুওৱা
নদীহে মই।
তুমি গলাগৈ,
আৰু নৈ গ'লা মোৰ সকলো....।

# আমাৰ দেশ

● ৰূপম বৰুৱা
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)

অসম দেশেই আমাৰ জন্ম জন্মান্তৰৰ ভূমি,
এই দেশৰ মাটিতেই কৰি থাকো হাঁহি ধেমালী।
অতীতত আছিল অসম সোণ,ৰূপ, মণি, মুকুতাৰ থলী,
মোগল আৰু বৃটিছ আহি নিছিল সকলো লুটি।
যদিও নিছিল সকলো লুটি,
তথাপি সিহঁতৰ কৰিব নোৱাৰিলে অসম ভূমি।
যদিও কৰিছিল বৃটিছে অসমত ৰাজত্ব,
তথাপি নোৱাৰিলে কৰিব অসমক সিহঁতৰ ৰাষ্ট্ৰ।
অসম বাসীয়ে কৰিছিল দেশৰ হ'কে সংগ্ৰাম,
সংগ্ৰামত ত্যাগ কৰিলে বহুলোকে প্ৰাণ।
প্ৰাণ বলি দিও কৰিলে দেশৰ হ'কে সংগ্ৰাম,
সেয়েহে থাকি গ'ল অসম দেশৰ নাম।

# বন্ধুত্ব

● জাহ্নৱী বড়া
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

পুৰণি কথাবোৰে আজি
বৰকৈ আমনি কৰিছে মোক
সোণালী শৈশৱৰ প্ৰতিটো ক্ষণে
বিচাৰিছে যেন কাৰোবাক
মোৰ হৃদয়ৰ স্বপ্নময়ী কোঠালিত
আলাসৰ সুখ চুমা
মোৰ আবেগময়ী হৃদয়ে
পাৰিব জানো থাকিব
বন্ধুত্বৰ সুবাস নোলোৱাকৈ
পুৰণি স্মৃতিৰে নষ্টালজিক আজি মই
যেন বাজিব ধৰিছে বেদনাৰ সুৰ
মোৰ হৃদয়ৰ বীণত
আহিবা তোমালোক
গাই যাম একস্বৰে বেদনাৰ সুৰ
নতুন দিগন্তৰ সুদূৰ ভৱিষ্যতত।
যিদিনা আঁতৰি যাবা
মোৰ পৰা তোমালোক
পুৰাৰ দূৰৰিত লাগি থকা
নিয়ৰৰ দৰে
সেইদিনা অশ্ৰুও বাগৰিব
মোৰ দুচকুৰ পৰা
কোনে দিব তেতিয়া সান্ত্বনা
মোৰ হৃদয়ক।
সঁচাকৈ আহিবা তোমালোক
কথা পাতিব সকলোৰে
সুখ-দুখৰ স্মৃতি
জীৱনৰ জিৰণিত
নিঃশব্দ নিশাৰ
সপোনৰ ৰেঙণিত। ▶▶▶





# স্মৃতিৰ টুকুৰাবোৰ

● অনুপজ্যোতি শইকীয়া
স্নাতক পঞ্চম ষাণ্মাসিক (বাণিজ্য)

জন্মৰ পৰা মৃত্যুলৈকে
কিমান স্মৃতিৰ টুকুৰা বুটলি ফুৰে বাৰু
সঁচাই অলেখ, অসংখ্য, গণনাহীন।
প্ৰতিটো খোজতে যেন স্মৃতিৰ সজীৱ ছবি।।
মা-দেউতাৰ কোলাতে প্ৰথম স্মৃতিৰ সাক্ষাৎ
প্ৰতিটো মুহূৰ্তই যেন সজীৱতা, আকুলতা আৰু
বিষণ্ণতাৰ মিশ্ৰণ।
ধূলি-বালি-মাটিত বাগৰি থকা মুহূৰ্তবোৰ
স্মৃতি নহয় জানো?
হাতৰ আঙুলিত ধৰি ধৰি খোজ কাঢ়িবলৈ
শিকা আৰু যে কিমান স্মৃতি!
বৰ্ণনা কৰি শেষ কৰিব পাৰিম জানো
শৈশৱৰ স্মৃতিৰ টুকুৰাবোৰ,
এখোজ দুখোজকৈ কৈশোৰৰ দুৱাৰডলিত
স্মৃতিৰ পাতনি মেলি
স্মৃতিবোৰও হৈ উঠিল কৈশোৰ
কিন্তু কি কৰিব..................
..................এটা দীঘলীয়া নিশ্বাস।।
সেই দিনলৈ বাৰু কাৰোবাৰ উভতি যাবলৈ
মন নাযায়নে?
স্মৃতিৰ সঁফুৰাত উটি ভাহি ফুৰিবলৈ
কাৰনো মন নাযায়।
শৈশৱ কৈশোৰৰ স্মৃতিৰ ফুল বুটলি
মালা গাঠিবলৈ কাৰনো মনে নিবিচাৰে।
কিন্তু এই কংক্ৰিতৰ পৃথিৱীত কাৰ সেই
এপলক সময় আছে স্মৃতিৰ সঁফুৰাত
প্ৰাণৰ হাত ফুৰাবলৈ।। ▶▶▶



# 'ফাগুন'

● নন্দন কৌশিক সন্দিকৈ
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)

# ভূপেন দা

● ভাস্কৰ শৰ্মা
স্নাতক পঞ্চম ষাণ্মাষিক (বাণিজ্য)



হে মহান পিতৃ স্বৰূপ ভূপেন দা
তোমাৰ আদৰ্শ মহান.
যি দিনাই শুনিলো তুমি এই পৃথিৱীৰ পৰ
মায়া এৰি গুচি গ'লা,
মূহূৰ্ততে নিস্তব্ধ হ'ল,
গোটেই বিশ্ব মানৱ জাতি
আৰু সেইদিনাই বুজি পালো
তোমাৰ গানৰ মহত্ব কিমান
তুমি মানৱ জাতিক যি দি গ'লা,
তাৰ বাবে তোমাৰ ওচৰত সক
তোমাৰ বিপ্লবী কণ্ঠেৰে
আমাক দি গ'লা অজস্ৰ মৰম,
তোমাৰ এই মহানতাক আমি
সকলোৱে কৰিম সন্মান
হে মহান পিতৃ স্বৰূপ ভূপেন দা
আহা তুমি আমাৰ মাজলৈ,
তুমি আহিবা বুলিয়েই ৰৈ আছে
পৰিবেশৰ সকলো জীৱ,
আহা তুমি আমাৰ মাজলৈ
আকৌ এবাৰ ঘূৰি,
বাট চাই ৰম তোমালৈ বুলি,
যাচিম তোমাক শত শত প্ৰণাম। ▶▶▶

স্নিগ্ধিনা বাটেৰে গৈ থাকোতে
শিমলু বোলা ককাইতিয়ে
টিলা উৰা দি আহি
বাট ভেটি ধৰিলে আৰু ক'লে
আমাৰ ঘৰলৈ আলহী আহিছে
ফাগুনীবাই
লগত আহিছে মলয়া মাহী,
তাকে দেখি মদাৰ খুৰাই
ৰঙতে ওঁঠত বৰহম থুৰি লগাই ল'লে
বোলে ফাগুনী বাই
মলয়া মাহীৰ
লগতে............
বৰদৈচিলা জনীকো আদৰি আনিব
তেতিয়া বৰ জমিব্
তাকে দেখি সকলোৱে
পুৰণা কাপোৰ সাজ পিন্ধিবলৈ
জো-জা চলাব আৰু
নতুন সাজত
কাঁচিয়ালী ৰ'দত চিকমিকাই থাকিব,
নীলা আকাশৰ ছাঁত
নিৰ্মল পানীৰ পৰশত
সকলো জীপাল হৈ উঠিব
আৰু নতুন সাজেৰে
সুশোভিত হৈ
নিৰ্মল পানীৰ ছাঁত
নিজকে চাব
সকলোৱে আনন্দত
মতলীয়া হৈ উঠিব। ▶▶▶

# মহাত্মাৰ সন্ধানত

● *বিপ্লৱীতা মহন*
*স্নাতক পঞ্চম যান্মাষিক (বাণিজ্য)*

শংকৰ-মাধৱে গঢ়ি
যোৱা সংস্কৃতি
মনত পেলাম আমি
আজি।
চিৰদিন অমৰ হৈ
থাকিব এই সংস্কৃতি
চিৰদিনৰ কাৰণে মনত
ৰাখিম আমি
মহাত্মা জৱাহৰলালৰ
মহিমা অপাৰ
দেশক কৰিলে
বিদেশীৰ হাতৰ পৰা
স্বৰাজ
তথাপিও নহ'ল কিন্তু
দেশৰ উন্নতি
নহ'ল জনগণৰ
শান্তি।
সেইবাবে মই বিচাৰি
ফুৰিছো
ভাৰতৰ চুকে কোনে গৈ
কিজানিবা লগ পাওঁ
মহাত্মাক
ভাৰতৰ কথা
ক'বলৈ ▶▶▶



# বৰষুণ

● *লিপিকা শইকীয়া*
*পি.জি.ডি.চি.এ.*

সপোন সপোন লগা এই বৰষুণ
আকাশ আৰু মাটিৰ সাঁকো
মোৰ সপোনৰ বৰষুণ
পৃথিৱীত সমস্ত কলুষতা যি উটুৱাই নিয়ে
আৰু উটুৱাই নিয়ে এখন অশান্ত হৃদয়ৰ হাজাৰটা
অভিমান
যাৰ পৰশত সেউজী হৈ উঠে ধৰণী
আৰু সেই সেউজীয়াই জীপাল কৰি তোলে
ধূলিত পোত যোৱা ধূসৰ বাটটি
যি বাটেৰে অহৰহ ভাঁহি ফুৰিছিল
জীৱনৰ আলফুলীয়া সপোনৰ বীজ।
ঠুনুকা মৰমৰ পাহিবোৰ আলফুলকৈ সৰি পৰে
বিলীন হয় ধৰাৰ বুকুত।
এটোপ দুটোপকৈ চকুলো বয়
যন্ত্ৰণাৰে জীৱনৰ বাট আগবাঢ়ে
আগবাঢ়ে অলপমান পোহৰৰ আশাত
এক ৰঙীণ পৃথিৱীৰ স্বপ্ন লৈ
নিয়ৰৰ  টোপাল যেন বৰষুণৰ কণাবোৰ
বতাহৰ উশাহৰ ভৰত কঁপি উঠিব
চকুলোৰে সেমেকা দুগালেৰে পুৰাটোৰে পুনৰ
সাৰ পাই উঠিব
এজাক নতুন কোমল আশা চকুত লৈ। ▶▶▶



# সমন্বয়

● *দীপশিখা বৰুৱা*
*স্নাতক প্ৰথম যান্মাষিক (কলা)*

আই,
তোৰ বুকুত পোহৰৰ প্ৰসৱ বেদনা
আমি চিৰ জাগ্ৰত প্ৰহৰী।
হেৰা বাটৰুৱা
মৰ আউসীৰ অজ্ঞান তমসাৰ এই সুদীৰ্ঘ পথত
জোনাকী আত্মাৰ আমাৰ বিক্ষিপ্ত পোহৰে
পোহৰাইছে পথ
অজস্ৰ লোকেৰে লোকাৰণ্য এই যন্ত্ৰৰ দেশত
আমাৰ শিশু
ওপজা মাটিত মৃন্ময় মৃত্তিকা।
সপোনে ভিৰ কৰা অলেখ ৰাতি পাৰ হৈ আহি
নবাৰুণ উদ্ভাসিত আজি।
আই,
তোৰ বুকুত ভেদি যায় সেউজীয়া নৈ;
পাৰে পাৰে হাঁহো আমি বিৰিণাৰ ফুল।। ▶▶▶



# স্মৃতিৰ পৰশ

● মুনমী বুঢ়াগোঁহাই
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

গুচি গ'ল তেওঁলোক
এই চিৰসুন্দৰ পৃথিৱীৰ পৰা
কেৱল থৈ গ'ল স্মৃতিৰ পৰশ
উদাত্ত কলমক অস্ত্ৰ কৰি
সিঁচি গ'ল প্ৰেম ভালপোৱা......

যাৰ কলমেই অস্ত্ৰ
যি অস্ত্ৰৰ বাবে তেওঁলোক মৰিও অমৰ
যি অস্ত্ৰৰ বাবে সকলোৰে মনত জগাই তুলিলে
মৰম, স্নেহ, প্ৰেম, বিশ্বাস...............
নিৰন্তৰে ৰচিলে নানান অদ্ভুত সাহিত্যৰাজী
সেই অস্ত্ৰ যেন ক্ৰমাৎ হেৰাই গ'ল
পৃথিৱীৰ বুকুত থৈ গ'ল কেৱল স্মৃতি
সুগন্ধি পখিলাৰ আঁত বিচাৰি
গুছি গ'ল হীৰু দা...........
গানৰ ছন্দোময় শব্দত ৰিণি ৰিণি
বতাহৰ লগত মিলি গ'ল ভূপেন দা
সমাজত শান্তি আনি নিজেও শান্তি ল'ব
গুছি গ'ল মামণি বাইদেউ......
গুছি গ'ল তিনিওজন একেলগে
মিলি গ'ল মাটিৰ বুকুত
থৈ গ'ল কেৱল গুণৰাজী
থাকি গ'ল স্মৃতিৰ পৰশ........ ▶▶▶



# যাত্ৰা

● মৃদু পৰণ শইকীয়া
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

নৈখন পাৰ হ'লো
হাতত দি হাত
গৈ থকা ঠাইলৈ আছে আৰু বহু বাট
গৈ থকা বাট তেই লগ পালো এজনক
ভিতৰখন ক'লা
মুখত এখন মুখা
বিবেকৰ হত্যা
আদৰ্শৰ মৃত্যু তাত
কি চাইছা, কি দেখিছা?
তেওঁ সুধিলে
স্বৰ্গ নহয়
নৰক
তেওঁ ক'লে উভতি নাচাবা, অমংগল হয় যাত্ৰাৰ
খহি পৰিছে
এচপৰা মেঘ
হাতৰ তলুৱাত।▶▶▶



# হেপাহঁত এখোজ

● প্ৰিয়াংকী দেৱী
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

এখোজ আগবাঢ়ি যোৱাৰ হেপাহঁত...
ঢাপলি মেলিছো...
প্ৰমুখ ভৰপুৰ সেউজীয়াৰ মাজেৰে...
কাষে কাষে নীলাভ জলধাৰা।।

বৰ্তমান ভৱিষ্যত দ্ৰষ্টা জীৱনৰ ৰামধেনুখন
সৃষ্টিৰ এক অনবদ্য আশা ইয়াতেই...
পদচালিত শব্দবোৰতেই যেন জাগৃত...
ঢৌ খেলা সপোনবোৰ....

আবেৰিৰ ৰং বোলোৱা বেলিয়ে
যেতিয়া পশ্চিমৰ আভাস দিয়ে...
এনে লাগে অতীতে হাত বাউল দি মাতে...
মনত পৰে, সেই ৰ'দালিত
উৰি ফুৰা হুমুনিয়াহবোৰলৈ
সংলগ্নহীন কথাবোৰলৈ...।।

এতিয়া সেইবোৰ মাথো এটি স্বপ্ন...
যেন, জীৱন মৰুভূমিৰ এটি দুটি খোজ...
পাৰাপাৰহীন এক ফল্গুধাৰা....

কিন্তু পুনৰ
ভৱিষ্যতক সাৰথি কৰি অতীতৰ মুখ লুকুৱাই..
মাত্ৰ এখোজ...
এই ৰঙীণ হেপাহঁৰ সেউজ নীলাত !!।▶▶▶



# কল্পনা

● বক্তদ্বীপ বৰুৱা
স্নাতক প্ৰথম ষাণ্মাষিক (বাণিজ্য)

কল্পনা, আজি মোৰ বৰকৈ মনত পৰিছে তোমালৈ
মনত পৰিছে সেইদিনাখনলৈ,
যিদিনা তুমি তোমাৰ নয়নৰ ভাষাৰে
তোমাৰ হৃদয়ৰ কথা কৈছিলা,

সেই ক্ষণ আছিল- আজিৰ দৰে শৰতৰ আগমন।
কিন্তু, কিন্তু নাজানিছিলো,
এদিন তুমি যাবাগৈ
অজান পক্ষী হৈ অজান দেশলৈ।

তুমি যতেই থাকা
তোমালৈ মোৰ
আগন্তুক শৰতৰ
আন্তৰিক অভিনন্দন

তুমি মোৰ হৃদয়ত
পবিত্ৰ তাজমহলৰ প্ৰতিবিম্ব
যি আজিও অমূল্য।

তোমাৰ বাৰু কেতিয়াবা মোলৈ মনত পৰেনে?
হয়তো পৰে ছাগৈ।

তুমি মোৰ চিৰ সাধনাৰ চৰম লক্ষ স্থান
কিয়নো, এই সাধনাতে বিলীন হৈ আছে
তোমাৰ উৎসাহ, অনুভূতি আৰু প্ৰেৰণা।
যিয়ে মোৰ জীৱনৰ
কোনো মুহূৰ্ত্ততে
অকলশৰীয়া অনুভৱ হ'বলৈ নিদিয়ে।▶▶▶

# জীৱন যাত্ৰাৰ চকুলো

● নেহা আগৰৱালা
প্ৰাক্তন ছাত্ৰী



হিংসা, চাৰিওফালে আছে
মাথো হিংসা,
নাই অহিংসা, নাই সেই
গান্ধীজীৰ বাণী,
নাই সেই পূৰ্বৰ দৰে
সমন্বয়ী জননী।

জীৱনৰ নামত আছে
এটোপাল চকুলো,
এটি ভয়,
নাই সেই স্বাধীনতা,
ঠায়ে ঠায়ে আছে
এক ভাষা ৰক্তময়।

অতীতৰ সময়বোৰে
কন্দুৱাই দিয়ে,
দুচকুৰ পৰা এক নিবিড় হাঁহি
আতঁৰাই নিয়ে,
ভাঁহি থাকে দৃশ্যবোৰ
দুচকুৰ আগত,
ভাগি পৰে মোৰ হিয়া
এই মানৱতাৰ মাজত।

মানুহবোৰো হৈ গ'ল
অতি কঠোৰ
নাই কাৰো মুখত
এটি গীত সুমধুৰ,
ধৰ্মৰ নামত পাহৰি যায়
আপোনজনৰ,
ধৰ্মৰ নামত চিনি নাপায়
প্ৰতিজন মানুহৰ।

নালাগে মোক
এই দয়াহীন মানৱতা,
মাথোঁ লাগে নিবিড় বতাহ,
যিয়ে পাৰিব শান্তি দিয়া,
আহি মুকলাই দিয়া,
মানৱ জাতিৰ দয়াহীন হিয়া। ◗◗◗



# নিশাৰ নিস্তব্ধতা

● বিতা বৰুৱা
বি.চি.এ. তৃতীয় ষাণ্মাষিক

নিস্তব্ধ নিশাৰ মলয়া বতাঁহে
নিয়ে মোৰ মন উৰুৱাই,
চাব মন যায় তোমাক এবাৰ
থও মই ছবিখন মনতে সজাই।
আকাশত তিৰবিৰাই থকা তৰাবোৰে
যেন ক'ব খোজে মোক বহুতো কথা
চাই চাই তৃপ্তি লভো মই
চাই মোৰ যেন হেপাহেই নপলাই।
ক'ব বিচাৰো মই মোৰ মনৰ কথা
সকলোকে চিঞৰি চিঞৰি,
ভাল পাওঁ মই তোমাক সঁচা হৃদয়ৰ পৰা
তাকে শুনি জোনটিয়ে মাৰে মোলৈ মিচিকিয়াই হাঁহি। ◗◗◗

# Value Education- The Very Essence of Our Society

• Kasturi Gogoi
B.A. 1st Sem.

"Man is potentially divine. The goal is to menifest this potentiality within, by controlling nature external and internal through education." – Swami Vivekanand.

Education is the most precious wealth in our life. It enlightens our mind from the darkness of ignorance. But in the present era of education accompanied by ultramodern technologies, people are inclined more towards grades and ranks in the examination rather than application of learning in their day-to-day life. The students of today are more concerned with acquiring wealth, strength and position in the society than values and virtues. They have turned into grade-oriented and marks-oriented individuals overlooking the superlative purpose of education, that is refinement of ethics, purification of souls and enlightenment of human intellect. And lacking in moral values, most of the students are indulging in themselves in anti-social and unethical activities. Thus it becomes very essential to impart value based education in our existing educational system.

The core idea behind value education is to cultivate essential values in the students so that the civilisation that teaches us to manage complexities can be sustained and further developed. The value based education begins at home and continued in schools. It aims to develop proper attitude, values, emotions, manners and behaviour pattern of the learners. This uplift the morality of students and aims to remove endangered activities from the society. It is always essential to shape one's life and to give him an opportunity of performing himself on the global stage. The need for value education is constantly increasing among us for the society is witnessing a loss of moral values and it faces the problems like growing delinquency, hatredness towards others, lack of morality in private and public life increasing violence, conflicts and many more.

Imparting value education is important to help everyone in improving the value system of our society. Once everyone has understood the values in life, they can examine and control the choices they make in their lives. And they will become ideal citizens capable of shouldering the responsibilities of national reconstruction. ❖❖

# DISCIPLINE WITH EVERY STEP

• *Paramjit Singh Nagi*
*B. Com. 5th Sem.*

Discipline means willing and total obedience to orders of proper authorities. It is very basis of progress in every sphere public or private or in every walk of life. Discipline is a matter of habit and way to perform work in a proper way. We have to learn it and try to cultivate. Without discipline human life is like a wild plant with no beauty or charm. It is the quality that every individual should know and make use of it. We all know about it but we ignore it. It is that part of quality that can be found in insects, birds and animals. We can see ants in a row and the bees making their hives. The birds also fly in a discipline way.

Discipline in schools and colleges requires the regular preparation of lessons and learning correct behaviour in society. It is the duty of every student to observe them if he is to build up his character and prosper in life. The greater the discipline in a school or college, the higher is the respect it commands and the better does it fulfil its object of training young minds. Every society has certain rules to control and regulate the life and activity of its member in order that the society as a whole may progress in harmony and peace. If any of these rules is broken, there is trouble and the society suffers. Hence arises the need of discipline. The importance of discipline among soldiers is known to all. In the playground too, the pleasure that a game gives to players as well as to spectators depends a great deal upon the observance of discipline by them. Now a days, discipline plays an important role in jobs, interviews, seminars, group discussion etc. Discipline is the key to all future success and happiness. It is the most important thing in human civilization. The great men of the world rose to eminence by dint of their disciplined habits. Some take licence for freedom. But sensible men know that they are quite different. In fact, the free a nation is, the greater is its respect for rules and authority. It is not good that we should follow rules and orders in big places and of big people and ignore other. Self-control is the highest form of discipline. But too much of discipline may spoil individuality. This is why self-imposed discipline is the best form of discipline. Discipline is the first sign and requirement of culture and real education. If a man is not properly disciplined if he does not have respect for the authority and rules, he cannot claim to be cultured, civilized or really educated person, even if he holds many degrees and certificates.

It is more necessary for students to learn to follow rules and obey our elders and teachers. Student life is the formative period of life. The whole structure of life rests on students life. So if the student life has not been properly disciplined it will cause havoc in the life of that student and also of his society. So, everybody especially a student should take a note of it. They should try to prove themselves strictly disciplined. ▶▶▶

# APPLICABILITY OF REVISED SCHEDULE-VI VIS-À-VIS COMPANIES ACT, 2013.

• ***Dr. Ratul Sarmah***
*Department of Accountancy*

**Introduction:**

The Accounting practices are undergoing sea changes in respect to preparation and presentation of financial statements of corporate world to converge with the International Financial Reporting Standard (IFRS). The Company Act 2013 has already been enacted in the parliament.

The Ministry of Corporate Affairs vides its notification No. 447(E) dated 28th February, 2011, has revised the Schedule VI of the Companies Act, 1956. The notification has come into force for the Balance Sheet and Profit and Loss Account to be prepared for the financial year commencing on or after 1.4.2011. In view of the same, the annual accounts from the financial year2011-12 have to be prepared in line with the Revised Schedule VI of the Companies Act, 1956. The revised Schedule VI is in line with generally accepted financial statements followed in different parts of the world. Ministry has also notified that the new Schedule VI is to be applicable to financial year ending on 31-03-2012. Amendments' to the Schedule VI revised is line of simplification and understanding by all the stakeholders, i.e., financial statements, balance sheet, profit and loss notes to the accounts and significant account in policies followed or understood in the same parlance. The revised Schedule VI has eliminated the concept of schedules and such information will now be provided in the notes to accounts. In revised Schedule VI, better presentation, disclosure is intended to facilitate better organized data for users of financial statement.

The existing Schedule VI does not require companies to classify their assets and liabilities into current and non-current, the revised Schedule VI does so in order to facilitate a fair portrayal of the financial and liquidity position of a company to the readers of the financial statements. The revised Schedule VI, among other things, has also prescribed a format for Statement of Profit and Loss mandating classification of expenses by their nature as opposed to by function and added a host of incremental disclosures.

**Exceptions**

The Revised Schedule VI is currently not applicable only to insurance companies and banking companies. However

Presentation of the financial statements of non-banking finance companies would be governed by Schedule VI.

**Revised Schedule VI with Accounting Standard and IFRS**

In notification No S.O. 447(E) dated 28th February,2011 vide which Revised Schedule VI has been notified, reference has been made to the Accounting Standards notified under the Companies (Accounting Standards) Rules, 2006 i.e. Accounting

Standards 1 to 7 and 9 to 29 (effectively twenty eight accounting standards). AS 8 on "Accounting for Research and Development" was withdrawn by ICAI consequent to the issuance of AS 26 on 'Intangible Assets' and accordingly AS 8 has not also been notified. Accordingly the Revised Schedule VI has nothing to do with the thirty five converged Indian Accounting Standards (IND AS) as uploaded on website of Ministry of Corporate Affairs on 25th February, 2011 for which date of applicability is not yet notified. As in India the convergence to IFRS would be in a phased manner accordingly as and when date of implementation of IND AS is notified a separate set of Schedule VI may be issued in respect of companies preparing their financial statements as per IND AS, wherein additional formats like Statement of Changes in Equity, Other Comprehensive Income would be required to be prepared apart from several other changes.

**The major highlights of form of Balance Sheet under Revised Schedule- VI are:-**

a) Under Revised Schedule VI, all the assets and liabilities are to be classified into current and non-current, accordingly line items for both current and non-current have been inserted for items like trade receivables, trade payables, investments, provisions, loan and advances etc. which were not provided earlier under Old Schedule VI.

b) Only vertical format has been provided whereas earlier option of horizontal format (customary T shape format) was also allowed.

c) Current Liabilities to be shown on liability side (upper part) of balance sheet instead of deduction from current assets. Consequently the upper part named as Equity & Liabilities and later part named as Assets as against Sources of Funds and Application of Funds under Old Schedule.

d) New line items inserted on face of Balance Sheet

i. Money received against share warrants under Shareholders' funds.

ii. Share application money pending allotment between Shareholders' funds and Non-current liabilities.

iii. Tangible Assets under Fixed Assets.

iv. Intangible Assets under Fixed Assets.

v. Intangible assets under development under Fixed Assets.

**The major highlights of form of Statement of Profit and Loss are:-**

a) Name changed from Profit and Loss Account to Statement of Profit and Loss.

b) Under Old Schedule VI, there was no form of Statement of Profit and Loss, but same has now been provided.

c) In the format there is no mention for any appropriation item like transfers to reserves etc. which need to be presented under "Reserves & Surplus" in the Balance Sheet. Accordingly it ends with Profit after Tax and disclosure of Earning per share. The disclosure regarding the appropriations like transfers to reserves, proposed dividend, tax on dividend etc. is shown under sub-head Surplus" in head "Reserves and Surplus" in the Balance Sheet.

d) The expenses are to be classified by nature earlier even function based classification was permissible.

e) Requires separate presentation of extraordinary and exceptional items.

f) Requires separate disclosure of profit before tax, tax expense and profit after tax from discontinuing operations.

**Form of Balance Sheet**

The form of Balance Sheet has been provided in Part I of the Revised Schedule VI. The format is being reproduced as under:-

## PART I
## FORM OF BALANCE SHEET

Name of Company.............

Balance Sheet as at ...........

(Rupees in............)

| Particulars | Note No. | Figures as at end of current reporting period | Figures as at end of previous reporting period |
|---|---|---|---|
| 1 | 2 | 3 | 4 |
| **I. EQUITY & LIABILITIES** | | | |
| (1) Shareholders' Funds<br>(a) Share Capital<br>(b) Reserves & Surplus<br>(c) Money received against share warrants | | | |
| (2) Share application money pending allotment | | | |
| (3) Non-current Liabilities<br>(a) Long-term borrowings<br>(b) Deferred tax liabilities (Net)<br>(c) Other long term liabilities<br>(d) Long-term provisions | | | |
| (4) Current Liabilities<br>(a) Short-term borrowings<br>(b) Trade payables<br>(c) Other current liabilities<br>(d) Short-term provisions | | | |
| TOTAL | | | |
| II. ASSETS | | | |
| (1) Non-Current Assets<br>(a) Fixed Assets<br>(i) Tangible Assets<br>(ii) Intangible Assets<br>(iii) Capital Work-in Progress<br>(iv) Intangible Assets under development<br>(b) Non-current Investments<br>(c) Deferred tax assets (net)<br>(d) Long-term loans and advances<br>(e) Other non-current Assets | | | |
| (2) Current Assets<br>(a) Current Investments<br>(b) Inventories<br>(c) Trade Receivables<br>(d) Cash and cash equivalents<br>(e) Short-term loans and advances<br>(f) Other current assets | | | |
| TOTAL | | | |

The companies can either show the aggregate balances of each of the sub heads in inner column and the totals of main heads i.e. Non-current assets, Current assets etc. in the main column, in which case two columns of amounts for each year would be required. As an alternative it can also show all the balances in single column with sub-total of each head.

**The format of Statement of Profit and loss under Revised Schedule-VI:**

The format for preparation of the Statement of Profit and Loss has been provided in Part II of Revised Schedule VI. It may be noted here that under the old Schedule VI there was no format provided for the Statement of Profit and Loss and only requirements were provided. The format has no appropriation section attached to it as Revised Schedule VI requires for disclosure of allocations and appropriations such as dividend, bonus shares and transfer to / from reserves etc. under sub-head Surplus of head Reserves and Surplus in the Balance Sheet. Further the name has been changed from Profit and Loss account to Statement of Profit and Loss under Revised Schedule VI. The expenses are classified by nature and function based classification is not permitted. It is pertinent to mention here that the format of Statement of Profit and Loss is not preceded by a note as in case of Balance Sheet stating that the format provides minimum requirements of disclosure and reaffirming flexibility of format.

The format is being reproduced as under:-

**PART II**

**FORM OF STATEMENT OF PROFIT AND LOSS**

**Name of the Company........................**

**Profit and loss statement for the year ended ..........................**

**(Rupees in..........)**

| **Particulars** | **Note No.** | **Figures as at end of current reportingperiod** | **Figuresas at end of previous reporting period** |
|---|---|---|---|
| **1** | **2** | **3** | **4** |
| I. Revenue from operations | | | |
| II. Other income | | | |
| III. Total Revenue (I + II) | | | |
| IV. Expenses: | | | |
| Cost of materials Consumed | | | |
| Purchases of Stock-in-Trade | | | |
| Changes in inventories of finished goods work-in progress and Stock-in-Trade | | | |
| Finance costs | | | |
| Depreciation and amortization expense | | | |
| Other expenses | | | |
| Total expenses | | | |
| V. Profit before exceptional and extraordinary items and Tax ( III-IV) | | | |
| VI. Exceptional items | | | |

| | | | |
|---|---|---|---|
| VII. Profit before extraordinary items and tax (V - VI) | | | |
| VIII. Extraordinary items | | | |
| IX. Profit before tax ( VII-VIII) | | | |
| X. Tax Expenses | | | |
| (1) Current tax<br>(2) Deferred tax | | | |
| XI. Profit (Loss) for the period from Continuing operations (VII-VIII) | | | |
| XII Profit/ (loss) from discounting operation. | | | |
| XIII. Tax expense of discontinuing operations | | | |
| XIV. Profit/(loss) from Discontinuing operations (after tax) (XII-XIII) | | | |
| XV. Profit (Loss) for the period (XI + XIV) | | | |
| XVI. Earnings per equity share:<br>(1) Basic<br>(2) Diluted | | | |

**Conclusion:**

Considering the recent changes in accounting policies and convergence to IFRS by the corporate world, it is now need of hour for our accounting graduate to coupled with advancements in accounting principles and in global practices relating to corporate financial reporting. The revised Schedule VI introduces some significant conceptual changes such as current/non-current distinction, primacy to the requirements of the accounting standards, etc.

The existing Schedule VI does not require companies to classify their assets and liabilities into current and non-current, the revised Schedule VI does so in order to facilitate a fair portrayal of the financial and liquidity position of a company to the readers of the financial statements.

**References:**

1. "Revised Schedule-VI, A practitioner's Guide, June-2012, Committee for capacity Building of CA Firms & Small & Medium Practitioners, The Publication Department of ICAI, Indraprastha Marg, New Delhi.
2. Companies Act 2013, Taxmann's, August, 2013, Taxmann Publications (P) Ltd., New Delhi.



# Globalisation

● *Sarbajit Singh*
*B. Com 1st Sem.*

The business world has widened significantly in the 21st century. The most widespread phenomenon in the whole economic world has been the advent of liberalisation, privatisation and globalisation. The word 'globalisation' generally refers to the process of international integration arising from the interchange of world views, products, ideas and other cultural aspects. Economic globalisation refers to the increasing interdependence of national economies around the world through advances in the field of telecommunications, transport, technology etc. Globalisation has led to emergence of new markets all around the world. It has also led to the emergence of a new class of business organisations i.e., Multi National Corporations or MNCs as they are better known. But is globalisation is good for the world economy ?

This question has various different answers. There are many people and economist around the world who feel that globalisation is good for the world economy. They argue that globalisation is good as it helps the world to accommodate and feed more people. It's good as it provides people more opportunities. It's good as it promotes trade and commerce. There is another group of people who feel that the opposite is true and that globalisation will hamper the world economy greatly. They argue that globalisation is just a front used by the developed countries like USA to gain entry in the markets of the developing countries. They say that the developed countries which urge or rather force developing economies around the world, to stop the cash subsidies that they provide to the local producers, so as to facilitate global economy, themselves provide huge cash subsidies to the producers in their country. They also say that globalisation also leads to high dependence of a developing country on the products and services provided by the developed countries which ultimately lead to total destruction of the local economy and industries. There is also a large group of people who feel that with some regulations globalisation can be good for the world economy. This group of people feel that even though there are some negative aspects of globalisation but these aspects can be overcomed with the enforcement of uniform regulations around the world so as to reduce the discrimination by developed countries. It has been seen that even though global markets are good for the developing countries but the rules which they are bind to follow are not. The developing economies are caught between the WTO agreements, World Bank strictures and the conditions laid out by IMF. The developing countries are not provided enough space to devise their own path for development and poverty alleviation but are instead asked to follow the methods that took the developed countries many generations to accomplish.

But turning away from globalisation is surely not a good way to develop one's economy as it would be nearly impossible to do so. So the best way is to develop one's own path while taking full advantage of the global market. The developed countries need to stop policies aimed only to gain profits for themselves but instead let developing countries space to develop their own strategies of institution-building.



# The 10 most Inspiring Business Leaders of All Time and Seven habits of the World's Best Business Leaders

● *Dr. Devajit Saharia*
*Associate Professor*

Most business owners and entrepreneurs look up to either a mentor or contemporary professional for guidance, advice and inspiration. Every one has their own opinion as to who is 'inspiring', but here a few great personalities who have to be the best of all time.

**1. Larry Page (1973–), United States**

Co-founder of Google and inventor of PAGE RANK, the foundation of Google's search ranking algorithm. Of course, it would be foolish to forget Sergey Brin, whose data-mining system helped Google when the two were experimenting in a rented garage. Larry Page is a modern day Johannes Gutenberg, and Google's impact upon the world has been similarly revolutionary.

**2. William Morris (1834–1896), United Kingdom**

Some people really challenge the meaning of the word "boss" and William Morris is one of them. Renowned for his wallpaper and textile designs, but equally celebrated for establishing the Kelmscott Press at Hammersmith in 1891. Morris' work craftsmanship and adherence to traditional print production methods at a time of heavy industrialisation were to have a profound impact upon print and interior design even to this day. Morris, Marshall, Faulkener & Co, and later Morris & Company, bought about a revolution in publish taste, and is undoubtedly one of the major names when it comes to cutting-edge British Design.

**3. Joseph Marie Jacquard (1752–1834), Franch**

Joseph Marie Jacquard invented the programmable loom (aka the "Jacquard loom"), which by extension makes him one of the founding fathers of modern computing alongside names such as Charles Babbage, Ada Lovelace and Sanskrit grammarian Panini. The Jacquard loom heralded the beginnings of the industrial age, and cemented the relationship between technologist and entrepreneur.

**4. Steve Jobs (1955-2011), United States**

There is no industry today has been left untouched by the influence of Steve Jobs from personal computers and smartphones, through to movies and music (including a credit in Toy Story as executive producer). When Jobs rejoined Apple Inc, in 1996, he first helped to save the company from bankruptcy. By 2011, Jobs would help make Apple Inc, the world's most valuable publicly traded company. Apple's jump from miserable failure to astounding success is seen as one of the greatest turnarounds in modern business history.

**5. Linus Torvalds (1969–), Finland/United States**

For every Bill Gates, there's a Linus Torvalds. Chief architect of the Linux kernel and open source guru. Torvalds' work was honoured the 2012

